প্ৰকাশক ঃ
শ্ৰীবিচিত্ৰ নাৰায়ণ দত্ত বৰুৱা, বি. এল.
**লয়াৰ্চ বুক ষ্টল**
গুৱাহাটী ঃ অসম

বেটু পাতৰ ছবি ঃ
শ্ৰীনগেন বুজৰবৰুৱা
অসম মেডিকেল কলেজ
ডিব্ৰুগড়

প্ৰথম প্ৰকাশ, ১৯৬৩
**বেচ ঃ তিনি টকা মাথোন**

মুদ্ৰক ঃ
শ্ৰীফণিভূষণ ৰায়
প্ৰবৰ্ত্তক প্ৰিণ্টিং এণ্ড হাফ্‌টোন লিঃ
৫২।৩ বিপিনবিহাৰী গাঙ্গুলী ষ্ট্ৰীট
কলিকতা-১২

# আগ কথা

'বেলি ফুলৰ সপোনৰ' গল্প কেইটা যোৱা চাৰি বছৰৰ ভিতৰত লিখা। দুটামান সম্পূৰ্ণ নতুন। বিভিন্ন আলোচনী আৰু বাতৰি কাকতত সিচৰতি হৈ থকা গল্প বিলাকৰ এই সংকলনটো উলিওৱা কাৰ্য্যত বিশেষভাৱে সহায় আৰু সহযোগ পাইছিলো শ্ৰীযুত লীলা গগৈৰ পৰা। তেখেতৰ পৰা উৎসাহ নোপোৱাহ'লে মোৰ গল্পবিলাকে কিজানি পুথিৰ আকাৰ নাপালেইহেঁতেন। অসম মেডিকেল কলেজৰ ছাত্ৰ শ্ৰীনগেন বুজৰবৰুৱাই কষ্ট স্বীকাৰ কৰি বেটুপাতৰ ছবিখন আঁকি দিছে। তেখেতসকলৰ আন্তৰিক শলাগ লওঁ। সৰ্ব্বশেষত, কিতাপখন প্ৰকাশৰ দায়ীত্ব গ্ৰহণ কৰা বাবে লয়াৰ্চ বুক ষ্টলৰ উদাৰ আৰু অমায়িক গৰাকী শ্ৰীযুত বিচিত্ৰ নাৰায়ণ দত্তবৰুৱা দেৱলৈ কৃতজ্ঞতা জনালো।

শিৱসাগৰ
১লা জুলাই, ১৯৬৩ চন

—শ্ৰীঅণিমা ভৰালী

সূচীপত্ৰ

# আক্ষেপ

লেচেৰা মাহবোৰ ছিঙি খৰাহীটোত ভৰোৱাৰ লগে লগে তৰাদৈৰ মুখখনো চলি থাকিল। "ঘৰৰ অতবোৰ বন অকলে অকলে আজোৰোতে তেজ পানী হল। কোনোবাই কিবা কেতিয়াবা এগছ কুটা ছগছ কৰি দিছেহি নে মোক? মই জানিবা নিকিনা বান্দীহে ওলালো। ইফালে তৰাদৈ, সিফালে তৰাদৈ। তৰাদৈ নহলে দিনতে আন্ধাৰ।" খঙৰ কোবত তৰাদৈয়ে গছৰ পৰা দালে পাতে খেচেৰা মাহবোৰ ছিঙি আনে। বুঢ়ী শাহুৱেক পিৰালিতে বহি আছিল সৰুজনী নাতিনীয়েকক লৈ। তৰাদৈৰ উৰাজুৰা কামবোৰ দেখি তেওঁ নমতাকৈ থাকিব নোৱাৰিলে।

"হেৰ এইজনী, দালে পাতে কুমলীয়া মাহবোৰ ছিঙিছ কেলেই? এনেনো 'কুলইখনীয়া' কামবোৰ কৰিব পাৰনে হেঁা?"

বুঢ়ীৰ কথা শুনি তৰাদৈৰ মাতটো আৰু অলপ ডাঙৰকৈ ওলাল।

"মোৰ তো খোজেপতি জগৰ। পুতেকলৈ সুলক্ষণীবোৱাৰী এজনী অনা হলেও চোন হয়। ছোৱালীৰ কিবা আকাল হৈছিল নে দেশত।"

শাহুৱেক মনে মনে থাকিল। তৰাদৈৰ মুখখন এবাৰ মেল খালে যে জাপ নাযায় তাক তেওঁ জানে। গতিকে বুঢ়ীয়ে ন্থুগুনা ভাও জুৰি নাতিনীয়েকক জোনবাইক তৰা এটা খুজিবলৈ শিকাই নামকে গাবলৈ ধৰিলে।

তৰাদৈৰ পাঁচ বছৰীয়া ডাঙৰ জীয়েক এধানিয়ে মাকক বাৰীত দেখি নিজেও সোমালগৈ।

"বৌ, পিতাই চোন আজি বহুত দেৰিলৈকে নাই অহা।"

"নাই অহা ভাল হৈছে। কি কৰিব লাগে পিচে মই?"

মাকৰ চোকা উত্তৰ শুনি এধানিয়ে এইবাৰ মিহি মাতেৰে কলে, "মই পথাৰৰ ফালে চাই আহোগৈ নে ? তাতে থাকিব পায়।"

"এই সাঁজলগা পৰলৈকে বাপেৰ পথাৰত নাথাকে। কাৰোবাৰ ঘৰত মেল মাৰি মাৰি ধপাত, তামোলৰ জুতি লবলৈ গৈছে চাগৈ।"

এধানিয়ে মুখখন সেমেনা সেমেনি কৰিলে।

"এধানি, তই খৰাহীটো লৈ ৰান্ধনী ঘৰলৈ যা। মই গোহালিত জাগ দিওঁগৈ। নহলে বোন্দামহৰ কামোবত গৰু কিজনীৰ ত্তত হেবাব।"

এধানিৰ হাতত খৰাহীটো দি পঠিয়াই তৰাদৈয়ে গোহালি ঘৰলৈ খোজ ললে।

গধূলিটো তেতিয়া গাঢ় হৈ আহিছে। গোহালিৰ পৰা তৰাদৈ ওলাই আহিল। গোহালিৰ কাষৰে পৰামলখা জোপাৰ পৰা বাহুলি কেইটামান উৰি যায়। চোতালখন পাৰ হৈ তৰাদৈ ঘৰৰ পিৰালিত উঠে আৰু হাত ভৰি কেইটা ধুই ৰান্ধনী ঘৰলৈ সোমাই যায়। মাটিতে ঢাৰি এখন পাৰি চাকিটো কাষত লৈ এধানিয়ে নেওতা পঢ়িবলৈ লৈছিল। মাকক দেখি কলে,

'বৌ মোৰ টোপনি ধৰিছে। নেওতা গোৰা শেষ হলে আজি আৰু নপঢ়ো দেই।"

"এই ফুট গধূলিতে টোপনিয়াবৰ হলেইনে? বাঘঢকা খাবি হলে কৈ দিছো। লিখাপঢ়াৰ নাম নাই। দিনৰ দিনটো হাবিয়ে বননিয়ে পিট্‌পিটাই ফুৰিবি, ৰাতি টোপনিয়াবি।"

তৰাদৈয়ে জীয়েকক এজাউৰি গালি দি ইটো কোঠালৈ সোমাই গ'ল। ভাত ৰান্ধিবলৈ সকলো যোগাৰ কৰি লৈ তৰাদৈয়ে ঢেকীয়া শাক এমুঠি কুটিবলৈ বুলি মৈদাখন লৈ বহি পৰে। কলপাত এখনতে শাকখিনি কুটি লৈ তৰাদৈয়ে অলপ পৰৰ পিছত লাহেকৈ মাতে, "এধানি, পঢ়িছনে নাই?"



জীয়েকৰ কোনো সাৰসুৰ নেদেখি তৰাদৈ ওলাই আহে। পীৰা এখনতে মূৰটো থৈ এধানিৰ টোপনি। তৰাদৈয়ে জীয়েকক হেচুকি জগাই দিয়ে।

"টোপনিয়ালে ঢকা খাবি বুলি নকৈছিলোনে? উঠ।"

এধানিয়ে চকু ছুটা মোহাৰি মাকক দেখি ভয়াৰ্ত্ত দৃষ্টিৰে চায়।

"লোকৰ লৰাছোৱালীৰ পৰা মাকবাপেকে বনবাৰীতো সুখ পায়। আমাৰবোৰে ক'ত বন কৰি দিব, আনে ৰন্ধা ভাত কেইটা খাবলৈও অলপ ৰবৰ জ্ঞান নাই। এনেনো মোৰ কপাল ঐ।"

এধানিয়ে উঠি আকৌ কিতাপ হাতত লয়। ইফালে বাহিৰৰ পৰা শাহুৱেকে চিঞৰিলে, "হেৰ বোৱাৰী, মা-ধানিক লৈ যাহি আহ। মোৰ কোলাতে এঘুমতি শুলেই।" তৰাদৈৰ টিকিচ কৰে খং উঠি আহে। ভাতকে ৰান্ধিব নে ছোৱালীকে লব। মুখেৰে ভোৰভোৰাই বাহিৰলৈ ওলাই যায়। শাহুৱেকৰ কোলাৰ পৰা ছোৱালীজনী লৈ তৰাদৈয়ে কলে,

'সাঁজ লগাৰ পৰত বাঁহত সোমাব লাগে বুলি গছৰ চৰাই চিৰিকতিয়েও বুজ পায়। আমাৰহে ৰাতি এপৰলৈকে ঘৰলৈ আহিবলৈ মনত নপৰে।"

"আন দিনা দেখোন ভদ্ৰামে ইমান বেলি নকৰে। আজি কৰবাত কিবা ডাঙৰ সকাম ওলাব পায়। নহলে ল'ৰা তেনে কৰা বিধৰ নহয়।" শাহুৱেকে মুখৰ ভিতৰতে কোৱাদি কলে। এনেতে পদুলিৰ জপনাখন মেলি ভদ্ৰাম সোমাই আহিল।

"ইমান পৰলৈকে ক'ত আছিলি বোপাই? আবেলি জা-জলপানো খোৱা নাই।" ভদ্ৰামে এবাৰ মাকৰ স্নেহসিক্ত মুখখনলৈ চাই তৰাদৈলৈ চালে। মুখখন এপাচি হৈ আছে।

"নকৰি আৰু বৌ; পথাৰৰ পৰা সাতোলাৰ ঘৰলৈ বুলি গ'লো। বেচেৰাৰ আকৌ গৰুজনী হেৰাইছে নহয়, পালে নে নাই বোলো

খবৰটোকে কৰি আঁহোচোন। তাতে আটাইবোৰ গোট খালেহি। মহাপুৰুষৰ তিথিত কিনো ভাওনা কৰিব তাৰে আলচ হ'ল। সেয়েহে গধূলি হ'ল। মইহে খবৰখেদাকৈ গুছি আহিছো। বাকীবোৰ আছেই তাতে।"

মাকে নামাতিলে। তৰাদৈৰ কোলাত শুই থকা ছোৱালীজনীলৈ চাই ভদৰামে কলে "অ' মাধানি হবলা শুলে। এধানি ক'ত আছে ?"

"ভিতৰত।" তৰাদৈয়ে মুখখন গোমোঠা কৰি উত্তৰ দিলে।

"মই হাত-ভৰি কিটা পুখুৰীত ধুই আহো মানে তই মাধানিক শুৱাই থৈ আহগৈ যা।" কৈয়েই ভদ্ৰাম গলগৈ। কেচুৰা লৈ তৰাদৈও ভিতৰ সোমাল।

আখৈ আৰু দৈৰ জলপানটো ডাঙৰ বাটিটোত ভালদৰে সানি লৈ এটোপা ওচৰতে বহি থকা এধানিৰ মুখত দি ভদৰামে খাবলৈ ধৰিলে। চাহৰ বাটিটো আনি ওচৰতে দি তৰাদৈয়ে সুধিলে, "ভাওনানো কি পাতো বুলিছে বাইজে ?"

"এ নকৰি। ঠিকেই কৰিব পৰা নাই। কোনোৱে কয় বলিছলন, কোনোৱে কয় ৰুক্মিণীহৰণ। ৰাজমেধিয়ে আকৌ গুৰু-জনাৰ জন্মযাত্ৰা নাটহে পাতে। ৰুক্মিণীহৰণ খনেই হ'বগৈ লাগে।" চাহ এঢোক পি ভদৰামে উত্তৰ দিলে।

"তুমি হবলা ভাও লবা ?"

"লাগিবতো লব। মই গোসাঁইৰ ভাও নল'লে ৰাইজে এৰিব জানো ? সদায়েতো ময়েই গোসাঁইৰ ভাও লৈ আহিছেঁ।"

"সদায় ললেও এইবাৰ নালাগে লব।" তৰাদৈয়ে কলে।

ভদৰাম উচপ খাই উঠিল।

"কি হ'লনো আকৌ ?"

"হ'ব আৰু কিটো। তুমি দিনৰ দিনটো ভাওনাৰ আখৰা কৰি ৰাতি এঢোখৰত সোমাবাহি। আৰু মোৰ ইফালে মৰণ।



দিনৰ দিনটো কাম কৰোতে কৰোতে পিঠিৰ এছাল যায়। গধূলিয়েই যদি অলপ সকাহ পালোহেঁতেন। ভাতেই ৰান্ধিমনে, গৰু গায়েই বান্ধিমনে, লৰাকে নিচুকাম। এই গেলা গৰমত কেচা খৰি ফুৰাই ফুৰাই কিমান কষ্টত ভাত ৰান্ধিছোঁ তুমি জানো বুজা।"

তৰাদৈৰ কথাত ভদ্ৰামে একো নামাতিলে।

"আনৰ শাহুৰেও এখন দুখন কৰি দিয়ে। আমাৰ ফুটা কপালত সিও নাই ?"

"বৌৰ কথা নকবি। বুঢ়ীমানুহজনীয়ে কাম কৰিলেহে তোৰ সুখ লাগিব নেকি ?"

তৰাদৈয়ে ভদ্ৰামৰ পৰা সহানুভূতি পাব বুলি আশা কৰিছিল। গিৰিয়েকৰ খং দেখি তৰাদৈ মনে মনে থাকিল। জলপান খোৱা শেষ কৰি ভদ্ৰামে এধানিক লৈ বাহিৰলৈ ওলাই গ'ল।

বাহিৰত ফৰিংফুটা জোনাক। ভদৰামৰ মাকে তেতিয়াও পিৰালিতে বহি আছিল বিচনীৰে বিচি বিচি। ভদৰামে এধানিক লৈ মাকৰ কাষতে বহেহি। ভদ্ৰামে একো কথা নোকোৱা দেখি মাকেই মাত লগালে, "এইবেলি বৰ জহ পৰিছে নহয়নে ভদবাম ?"

"এৰা অ'। এই গেলা গৰমত আমাতকৈও তোৰহে শাস্তি হৈছে কিজানি বৌ।"

"মোৰ বুঢ়া মানুহৰ জাৰ-জহ সদায়েই শাস্তি। দুটামান দিন মাথো আছে। ভগৱন্ত বস্তুৱে কোনোমতে ইপাৰ কৰিলেই 'ৰইখা' পৰো জানিবা।"

বুঢ়ীয়ে নেদেখা জনৰ উদ্দেশ্যে এবাৰ হাতজোৰ কৰিলে। ভদ্ৰামে কথাৰ মোৰ ঘূৰাবৰ কাৰণে ক'লে ;

"কাইলৈৰ পৰা আমাৰ আখৰা হ'ব বুজিছ বৌ। মই আৰু

পথাৰৰ পৰা আহি আবেলি পানীটোপা গিলিয়েই নামঘৰলৈ লৰ ধৰিব লাগিব।"

"তই হবলা গোসাঁইৰ ভাওটোকে লবি ?" বুঢ়ীয়ে সুধিলে।

"এৰা আটায়ে লবলৈ কৈছে।"

বুঢ়ীয়ে হাঁহিলে। সোলা দাঁত কেইটা উলিয়াই তৃপ্তিৰে হাঁহিলে। সেই তাহানিখনৰে পৰা গাঁৱৰ ভাওনাত ভদ্ৰামে সদায়েই কৃষ্ণৰ ভাও কৰি আহিছে। যেতিয়া ভদ্ৰামৰ বাপেক জীয়াই আছিল, এই কথা লৈয়েই বায়নৰ বৰ গৌৰৱ। তেওঁৰ ল'ৰা কৃষ্ণ নহ'লে হবইবা কোন ? পুৰঠ তেজগোৰা মুখ, সুন্দৰ নাক চকু, পাহকটা চুলিৰে সৈতে ভদ্ৰাম গাওঁখনৰ ভিতৰত দেখনিয়াৰ ডেকা। কৃষ্ণৰ ভাও লবৰ সিহে লায়েকৰ। বুঢ়ীৰ মনত পৰে ভদ্ৰাম নিচেই অকণমানটো থাকোতেই এদিন তেওঁলোকে তাক লৈ নিজ গোসাঁইৰ ঘৰলৈ গৈছিল। ভদ্ৰামৰ কুন্দত কটা মুখখন দেখি গোসাঁই ঈশ্বৰে প্ৰসন্নৰ হাঁহি এটা মাৰি কৈছিল,

"বায়ন তোৰ লৰাটি বঢ়িয়াটি হৈছে। নাম বা কি দিছ ?"

বায়নে নম্ৰভাৱে কৈছিল, "প্ৰভুৰ আগতে আমিনো নামৰ দিবৰ কোন ? প্ৰভু জগন্নাথে চাই চিতি নাম এটা দিয়া হলে আমি উধাৰ পালোহেঁতেন। গোসাঁইয়ে মধুৰ হাঁহি এটা মাৰি কৈছিল "তোৰ লৰাৰ নাম শ্যামকানুকে দিবি।"

গোসাঁইৰ আজ্ঞা শিৰত লৈ বুঢ়াবুঢ়ী ঘৰলৈ গুছি আহিল। লৰাৰ নামো শ্যামকানুৰেই দিছিল। পিচত সেইটো নাম মাতিবলৈ টান পাই কোনেও নমতা হ'লগৈ। ভদ্ৰাম নামেৰেহে লৰা জনাজাত হৈ পৰিল।

"নাট কোন খননো মেলো বুলিছে ?" বুঢ়ীয়ে সুধিলে।

"ৰুকুণী-হৰখনকে নেকি ?"

ভদৰামে শলাগিলে। এধানিয়ে বাপেক আৰু বুঢ়ীমাকৰ কথা শুনি শুনি টোপানিয়াই বহি থাকিল।



এধানিলৈ চাই ভদ্ৰামে কলে, "এধানি বোৱেৰে ভাত বাঢ়িব পাই। খাগৈ যা।"

"নাই মই নাযাওঁ। বোৱে গালি পাৰিব।" এধানিয়ে টোপনিয়াই টোপনিয়াই কলে।

"ব'ল মই লৈ যাম।" জীয়েকক লৈ ভদ্ৰাম সোমাই গ'ল ভিতৰলৈ। ভাত খাবলৈ বহি ভদ্ৰামে মাকক এনেয়ে এবাৰ কলে, "এই গৰমত মাছৰ টেঙা এখন নহলে ভাতকিটা পেটলৈ সোমাবই নোখোজেচোন।"

তৰাদৈয়ে তাকে শুনি মাত লগালে।'

"ঘৰৰ 'গিৰ্হস্থই' ভাওনাৰ আখৰা কৰি মেল মাৰি ফুৰিলে মাছ পুঠি নিজেই চৰুত উঠিবহি হবলা।" তৰাদৈৰ চোকা মাতষাৰ শুনি ভদ্ৰাম মনে মনে থাকে। এষাৰ কবলৈ গ'লে তৰাদৈয়ে আৰু দহষাৰ ক'ব গতিকে নমতাই ভাল। ভদৰামে তলমূৰ কৰি ভাত খোৱাত লাগিল।

পিছদিনা গধূলি নামঘৰৰ পৰা আহি ভদ্ৰাম ঘৰ সোমাইছেহি মাত্ৰ, ভিতৰত এধানিৰ ৰাউচিজোৰা কান্দোন। বাহিৰতে বহি থকা মাকক ভদ্ৰামে সোধে, "ভিতৰত ইমান কন্দাকটা কিহৰ বৌ ?"

"জানো মোৰ লখিমী বোৱাৰীয়ে জীয়েকহঁতক ঢেকীথোৰাৰে কোবাব পায়।"

বুঢ়ীয়ে বিৰক্তিৰে কলে। ইতিমধ্যে তৰাদৈ ওলাই আহিল।

"তোৰ দেখোন খং ছাটি দুদিনমানৰ পৰা বৰ বেছি হৈছে।" ভদৰামে অলপ খঙেৰেই কলে।

"ওঁ হবতো, বাহিৰত ঘুৰি ফুৰা মানুহটো হৈ তুমি মোৰ দুখ বুজিছা জানো ? কাম কৰোতে উশাহ লবলৈ আহৰি নাই দিনটো। তাতে এই শণিপাত দুটাৰ আমনি। মূৰটো মোৰ ঘোলা কৰিলে ইহঁতে।"

"আচল কথা যে কৰবাত, মই হবপায় নাজানো। মানুহটোৱে ভাও লৈছো বুলি কৰলৈহে পালো কালিৰে পৰা গোটেইজনী খঙতে বলিয়া হোৱাদি হ'ল।"

"এৰা উৰহৰ খং ভগা ঢাৰিতে জাৰিছে।" বুঢ়ীয়ে বেজাৰেৰে কলে।

"লোকে কৃষ্ণই হওক বা শকুনিয়েই হওক আমাক কেলেই লাগিছে সেইবোৰ। এতিয়া বুঢ়া বয়সত ভাওনা নকৰিলে গা শাঁতেই নপৰে।" তৰাদৈ উচাৎ মাৰি গুছি যায়গৈ। ভদৰামে পিৰালিত বহি থাকে মনে মনে।

"আজি আখৰা হৈছিলে ভদৰাম?" মাকে বহুত বেলিৰ মূৰত সুধিলে।

"হৈ আছে। মই ভাও নলওঁ বুলি কৈ থৈ আহিছোঁ।"

"ৰাইজে জানো বেয়া নেপাব?"

"নেপায়। মোৰ অকলশৰীয়া অৱস্থাটোৰ কথা বুজিছে। ঘৰৰ পৰা ওলাবলৈ মোৰ যে অকণো আজিৰ নাই, আটায়ে জানে।" মাকৰ মুখৰ পৰা দীঘল হুমুনিয়া এটা সৰি পৰিল।

তৰাদৈয়ে ভাওনা চাবলৈ নাযাওঁ বুলিয়েই আছিল। আবেলি পৰত পানী আনিবলৈ যাওঁতে নৈৰ ঘাটত ওচৰৰে কেইবাজনীও বোৱাৰীক লগ পালে। আটাইবোৰ ভাওনা চাবলৈ যাব।

"তই জানো নাযাব তৰাদৈ?" ওচৰৰে লখিমীয়ে সুধিলে।

"জানো এথোন, কৰই পৰা নাই।"

"বছৰেকৰ মূৰত ভাওনা এখন হয় গাৱঁত। তাকো নাচাব নে?" লখিমীয়ে উলাহেৰে কলে।

"তই যাবি হবলা?"

"ওঁ যামতো। আমাৰ জনে আকৌ গোসাঁইৰ ভাও লৈছে নহয়—কেনেকৈনো ৰুকুণীক হৰণ কৰে চাবগৈ লাগিব। মই ভাত



পানী ৰান্ধিবলৈ যতন কৰি থৈ আহিছোঁৱেই। সেই কাৰণেহে খৰধৰ কৰিছোঁ।" লখিমীয়ে কলহটো লৈ গড়াই দি উঠি আহিল।

"বাৰু মই যাওঁ দেই। তয়ো ওলাবি বুজিছ। যাবৰ পৰত মই মাত দিম।" লখিমী যায়গৈ।

গিৰিয়েক কৃষ্ণ হৈছে বুলি লখিমীৰ বৰ গৰ্ব্ব। গা সাতখন আঠখন। তৰাদৈৰ মনটো অলপ সেমেকি পৰিল। তাইৰ আপত্তিৰ কাৰণেই ভদৰামে কৃষ্ণৰ ভাও লবলৈ নাপালে। আজি লখিমীয়ে উলহ-মালহেৰে সাজি কাছি গৈ নাম ঘৰৰ আগশাৰীত বহিবগৈ। ভদৰামে ভাও লোৱা হ'লে তাইৰো ভাল লাগিলহেঁতেন। আনন্দ হ'ল হেঁতেন। যিহওক, এতিয়াও তাই যাব ভাওনা চাবলৈ। কলহটো লৈ তৰাদৈয়ে ঘৰলৈ খৰধৰকৈ খোজ ললে। ভদৰামক তাই ভাওনা চাবলৈ যোৱাৰ কথা সুধিলেহি। ভদৰামে হাঁহিলে। "যাব খুজিছ যদি এধানিকে লৈ যা। মই মাধানিক চাম।" তৰাদৈয়ে ভাত ৰান্ধিবলৈ বুলি লৰালৰিকৈ ৰান্ধনীঘৰত সোমাল।

লখিমীহঁতৰ সৈতে একেলগে গৈ তৰাদৈ নামঘৰ পালেগৈ। মাইকী মানুহৰ কাৰণে বেলেগে বেৰি থোৱা ঠাইখনৰ আগ শাৰীত সিহঁতে বহিবলৈ পালে। ভাওনা আৰম্ভ হ'ল। আৰু চাই থাকোতে লাহে লাহে শেষো হ'বৰ হলহি। কৃষ্ণৰ ভাও লখিমীৰ গিৰিয়েক গোপালে বঢ়িয়াকৈ দিলে। কৃষ্ণৰ ভাও বৰ সুন্দৰ হৈছে বুলি সমজুৱাৰ আটায়ে প্ৰশংসা কৰিলে। পাটৰ ওৰণীৰ তলত লখিমীয়ে মিচিকিয়াই হাঁহি থকা দেখি তৰাদৈৰ মনটো আক্ৰোশত ভৰি পৰিল। ওচৰতে দুগৰাকী মান বুঢ়ীয়ে কথা পাতি আছিল—"গোসাঁইৰ বেশত গোপালক সঁচাই শুৱাইছে নহয়নে?" আন এগৰাকীয়ে কলে, "এৰা বৰ ভাল হৈছে তাৰ ভাও। আগে পিচে চোন আমাৰ ভদৰামহে গোসাঁই হয়। এইবাৰ বা তাৰ কি হল?"

"সিনো সদায় একেটা ভাওকে কিমান কৰিব। এইবাৰ গোপালে কৰাত ভালেই হৈছে।"

"গোপালৰ বচন মতা ভদ্‌ৰামতকৈ বহুত ভাল হৈছে।" আৰু এগৰাকীয়ে মন্তব্য দিলে। বুঢ়ীকিগৰাকীৰ কথাবোৰে তৰাদৈৰ কাণত বেজীৰ দৰে বিন্ধিলেহি। চাৰিওফালে একেবোৰেই কথা। মানুহে নেদেখক বুলিয়েই তৰাদৈয়ে ওৰণীখন দীঘলকৈ টানি ললে। লখিমীৰ বৰ ৰং, গোপালৰ লগতে নিজৰো যশ হৈছে। ভদ্‌ৰামে ভাও লোৱা হলে আজি আটায়ে তাৰ কথাকে কলেহেঁতেন। চাৰিওফালে তাৰ নামটো মানুহৰ মুখত আখৈ ফুটাদি ফুটিলেহেঁতেন। লগতে এধানি আৰু তাইৰো গৰ্ব্ব হলহেঁতেন। এতিয়া গোটেইখিনি খিয়াতি লখিমীৰে হ'ল। অকল এতিয়াই নে কিবা? আৰু পষেকলৈকে এই একেটা কথাকে গাৱঁৰ মানুহে আলোচনা কৰি থাকিব। লখিমীৰো ভেমটো দিনে দিনে বাঢ়ি যাব। তৰাদৈৰ অসহ্য লাগিল। ভাওনা কি চালে তাই কবই নোৱাৰিলে। শেষ হোৱাৰ লগে লগে লখিমীহঁতৰ লগত তাই ঘৰলৈ উভতিল। ৰাতি তেতিয়া বহুত।

পচুলি মূৰৰ জপনাখন মেলি তৰাদৈ সোমাই গ'ল। গোটেই খিনি সময় টোপনিয়াই থকা এধানিয়ে ঘৰৰ ওচৰ পাই মাকক কলে, "বৌ পিতাইয়ে ভাও লোৱা হলেহে চাবলৈ বেছি ভাল লাগিলহেঁতেন নহয়?" তৰাদৈয়ে উত্তৰ নিদিলে। চোতালখন পাৰ হৈ খৰধৰ কৈ পিৰালিত উঠিলেগৈ। ভদ্‌ৰামে চাকি এটা লৈ ওলাই আহিছিল। তৰাদৈৰ বিষন্ন মুখখনলৈ চাই সুধিলে, "ভাওনা কেনে হ'ল?"

"জানো কেনে হ'ল। ৰাইজেতো ভালেই বুলিছে।"

"পিতাই তইচোন গোসাঁইৰ ভাও লম বুলিছিলি, নললি পিচে কেলেই?"



"এৰা কৈছিলো হয়। বৌৱেৰে আকৌ লবলৈ নিদিলে নহয়।"

ভদ্‌ৰামে এধানিৰ সৰু মুখখনত মৰমেৰে হাত ফুৰাই দিলে। তৰাদৈয়ে উভতি চালে। ভদ্‌ৰামে চাকিৰ টিমিক ঢামাক পোহৰত দেখিলে তৰাদৈৰ চকুহুটা চলচলিয়া।

"তোৰ আকৌ হল কি?" ভদ্‌ৰামে ভয়ে ভয়ে সুধিলে।

'অহা বছৰলৈ তুমি গোসাঁই ভাও নল'লে মই ভাওনা চাবলৈ নাযাওঁ।' তৰাদৈ লৰালৰিকৈ সোমাই গ'লগৈ। ভদ্‌ৰাম অবাক হৈ ৰৈ থাকিল। মুখৰ পৰা তাৰ এটাও শব্দ নোলাল। বাহিৰৰ পৰামলখী জোপাৰ দালৰ পৰা চিঞৰি উঠা ফেঁচা এটাৰ কুৰুলিৰ গহীন সুৰটোৱে ঘৰটোৰ বতাহজাক মধুৰ ভাৱে নীৰৱ কৰি তুলিলেহি।

# শেষ সত্য

ৰাতিপুৱা পঢ়ামেজৰ কাষৰ খিৰিকীখন খুলিলেই মই বিন্দিয়াক দেখো। ঘৰৰ বহল পিৰালিটোত দ'ম হৈ পৰি থকা কাপোৰবোৰ দুটা ভাগ কৰি উঠি তাই ভিতৰলৈ সোমাই যায়। আৰু ক্ষন্তেক পিছতে সৰিয়হফুলৰ ৰঙৰ শেতা হালধীয়া সাৰীখনৰ আগটো ককালত টানি মেৰিয়াই লৈ ওলাই আহে। মূৰত কাপোৰৰ টোপোলাটো লৈ তাই জপনাখন খুলি মোৰ খিৰিকীখনৰ কাষ পায়হি।

"বাইদেও, কাপোৰ আছে নেকি তোমাৰ?" মই নাই বুলি মূৰ জোকাৰিলে বিন্দিয়া যায়গৈ। লাহী ককালটো লৰাই লৰাই খৰকৈ খোজ দি বাঁহনিডৰাৰ আঁৰেদি নেদেখা হৈ যোৱা বিন্দিয়াজনীলৈ চাই মই ৰৈ থাকো। সিহঁতৰ সৰু খেৰী ঘৰটোৰ মুধেদি ধোঁৱাবোৰ কুণ্ডলী পকাই ওপৰলৈ উঠে। মই বুজি পাওঁ আগদিনা ৰাতি বিন্দিয়াৰ সহদেৱৰ লগত একো কাজিয়া লগা নাই। বিন্দিয়াৰ হাঁহি ভৰা মুখখনেই সেই কথা কয়। তেনেকৈ বৰ বেছি হয়তো তিনিদিন যায়। চতুৰ্থ দিনা দেখো, মই উঠি খিৰিকী মেলালৈকে বিন্দিয়াহঁতৰ কোনো উঠা নাই। যেতিয়া আঠমান বজাত গা ধুই মূৰ ফণীয়াবলৈ বুলি মই ড্ৰেচিং আইনাখনৰ কাষত থিয় হলেই, জপৰা মূৰটোৰে বিন্দিয়া ওলাই আহে।

"মই মধুৰামৰ বেটী বুলিহে ইমান মাৰকিল খাই এই ঘৰত আছোঁ। নোধোওঁ মই কাপোৰ। কি কৰিব পাৰা তুমি? নিচাখোৰ, বদমাইচ"—

আৰু নানা ধৰনৰ গালি শপনিৰে সহদেৱক থকা সৰকা কৰি শোঁতাটো লৈ তাই খচখচকৈ পিৰালিটো সাৰিবলৈ লাগি যায়। অলপ পিছতে সহদেৱ ৰুদ্ৰমূৰ্ত্তি ধৰি ওলাই আহে।



"চুপ থাকিলিনে হাৰামজাদী। তোৰ জান মই শেষ কৰি দিম। মোৰ জিন্দেগী তই বৰবাদ কৰি দিলি।"

ইয়াৰ পিছত আৰু কিবা শুনাৰ আশঙ্কাত মই খিৰিকীখন সজোৰে বন্ধ কৰি ভাঠি পৰ্দ্দাখন টানি দি গুছি আঁহো আৰু সদায় দিয়াৰ দৰে মাক একেটা আপত্তি দিওঁগৈ। উত্তৰো সেই একেটাই পাওঁ।

"দেউতাৰক কৈ কৈ মোৰ মুখখন বিষাল। পুৰণি মানুহ সিহঁত। তিনিপুৰুষৰ পৰা আমাৰ মাটিতে আছে। খেদাবলৈ হেনো বেয়া লাগে। মই কি কৰিব পাৰো ক?"

দেউতাই আমাৰ কথা-বতৰা শুনি অলপ দূৰৰ পৰা কয়,

"বাপেক আৰু ককাক আছিল মাটি যেন মানুহ। এইটোহে কিবা বিজতৰীয়া হ'ল। লাজবোলা বস্তুটা ইহঁত হালৰ নাই। এনেকৈ আৰু থাকিব নোৱাৰি। অহা মাহত কিবা এটা কৰিব লাগিব।"

মায়ে মোৰ পিনে চাই দেউতাই নেদেখাকৈ মুখটিপি হাঁহে, কিয়নো মায়ে জানে আৰু ময়ো জানো তেনেকুৱা 'অহামাহ' বহুত কেইটা অহাৰ পিছতো সহদেৱ মিস্ত্ৰী আৰু বিন্দিয়া আমাৰ মাটিৰ পৰা উঠি নাযায়। দেউতাই যাবলৈ নকয়। সেইকাৰণেই দেউতাৰ কথাশুনি আমি নহহাঁকৈ থাকিব নোৱাৰো।

এই ঘটনাৰ পুনৰাবৃত্তি কেইদিনমানৰ মূৰে মূৰে হয়।·········

বিন্দিয়াহঁতৰ শেলুৱৈ ধৰা পিৰালিটোৰ কাষত বেঙুনীয়া কথনাজোপা ফুলে। বাঁহৰ চালিখনত বগাইযোৱা ৰঙা পুৰৈ জোপাৰ তলত কণকণ পাতসিয়া চৰাইবোৰ পৰি কোঢ়াল কৰেহি। ভাটৌ চৰাইটোৱে সজাটোৰ ভিতৰত কলকলাই থাকে। আৰু ঘৰটোৰ মুধৰপৰা ধোৱাঁ ওলোৱা এসময়ত বন্ধ হৈ যায়। সহদেৱৰ চাহ খোৱা তেতিয়া হৈ যায়। বিড়ি এটা হুপি হুপি সহদেৱ ওলাই আহে। আৰু মাটিত পৰি থকা কাপোৰ ভাগ টোপোলা বান্ধি জপনাখন খুলি সহদেৱে বিন্দিয়াই সোধাৰ দৰে মোক সোঁধে, "কাপোৰ আছিল নেকি

বাইদেউ ?” মই নাই বুলি কলে সহদেৱ যায়গৈ কোবাকুবিকৈ। বাঁহনিডৰা পাৰ হৈ সহদেৱে চিঞৰি চিঞৰি গান গাই যায়—যেই কোনো হিন্দী চিনেমাৰে গান। মোৰ হাঁহি উঠে। মই জানো সেইদিনা আৰু সিহঁতৰ কাজিয়া লগাৰ আশঙ্কা নাথাকে। সেইদিনা সহদেৱে বিন্দিয়াই তাৰ “জিন্দেগী” বৰবাদ কৰি দিয়াৰ কথা ভাবি আক্ষেপ নকৰে। মই আশ্বস্ত হওঁ।

……বন্ধ খুলিলত মই গুৱাহাটীলৈ গ'লোগৈ আৰু তাৰ পিছত এয়া আঠ মাহৰ মূৰত পৰীক্ষা দি উঠি একেবাৰে ঘৰলৈ গুছি আহিছোঁ। গধূলি ঘৰ পায়েই বিন্দিয়াক দেখিলো। মাৰ সৈতে বাৰান্দাত থিয় হৈ আছে—বোধকৰো মোলৈকে বাট চাই। মোক দেখি বিন্দিয়াই হাঁহিলে। মায়ে কলে, মই কেতিয়াকৈ গুৱাহাটীৰ পৰা আহিম, বিন্দিয়াই এই কেইদিন খবৰ লৈ আছে।

“ভালে আছ বিন্দিয়া ?” মই সুধিলো।

“ঠিক আছোঁ বাইদেও। আজিকালি বেছি গোলমাল নাই।”

বিন্দিয়াই সলজ্জ হাঁহিৰে উত্তৰ দিলে।

মন কৰিলো বিন্দিয়াজনী আগতকৈ চকুতলগা হৈছে। মুখখন বেছ পুৰা হৈ পৰিছে।

মা আৰু দেউতাই নানা কথা সুধি মোক ব্যতিব্যস্ত কৰি তুলিলে। পৰীক্ষা কেনে হল, ভাল চেকেণ্ড ক্লাচ এটা পোৱাৰ আশা আছে নে নাই, গা মূৰ ভালে আছে নে, পৰীক্ষা দি উঠি বাইদেউৰ তালৈ গৈছিলো নেকি, বাবুল আৰু বুলা কিমান ডাঙৰ হ'ল—ইত্যাদি এশ এবুৰি প্ৰশ্নৰ উত্তৰ মই দিলো। আমাৰ কথাবোৰ শেষ হবলৈকে বোধকৰো বিন্দিয়া ৰৈ আছিল।

“বাইদেউ, তোমাৰ কাপোৰ কানি কি আছে, চব গোটাই ৰাখি দিবা, মই কাইলৈ একদম পুৱাই আহি লৈ যামহি।”

কৈ উঠি বিন্দিয়া লৰালৰিকৈ গ'লগৈ।



আবেলি পাগঘৰৰ বাৰান্দাত বিন্দিয়াৰ মাতটো শুনি মই ওলাই আহিছিলো। বিন্দিয়াই মাটিতে বহি ভিতৰত কাম কৰি থকা মাৰে সৈতে চিঞৰি কথা পাতিছিল। দুৱাৰদলিত কাষতে পৰি থকা জিকা চাৰিটা আৰু পুৰৈ শাক এমুঠি দেখি মই বুজিলো সেয়া তাই আনিছে। সিহঁতৰ ঘৰত হোৱা বতৰৰ বস্তু দুই এটা আমাক দি যাবলৈ বিন্দিয়া আৰু সহদেৱে কাহানিও নাপাহৰে। তাই ৰাতি-পুৱাৰে পৰা কৰা কামবোৰৰ হিচাপ মাৰ আগত দিবলৈ আৰম্ভ কৰাৰ লগে লগে মই বিন্দিয়াৰ কাষ পালোগৈ। কাপোৰ ধুই আহি দহবজাত ঘৰ পাই তাই ভাত ৰান্ধিলে। মিস্ত্ৰীয়ে খাবলৈ ভাল পোৱা পুৰৈ শাকৰ তৰকাৰী এখন আৰু মচুৰ ডাইল এখন ঔটেঙা দি ৰান্ধিলে। ভাত খাই উঠি নিজৰ ফটাসাৰী কেইখন মান চিলাই কৰিলে। দুপৰীয়া ভাত খাই যেতিয়া মিস্ত্ৰী ওলাই গ'ল তেতিয়া তাই শেলুৰৈ ধৰা পিৰালিটো নিকাকৈ মচিলে। ছাগলী পোৱালী কেইটাক খাবলৈ কঠাল পাত আনি দিলে, পোহনীয়া ভাটৌটোক গোমধান খুৱালে আৰু তাৰ পিছত আবেলিৰ চাহৰ পানী তপতাই থৈ এয়া পুৰৈ শাক কেইদালমান জিকা চাৰিটাৰে সৈতে লৈ আমাৰ ঘৰলৈ আহিছে। এইমাত্ৰ পৈ তাই কাপোৰ ইস্ত্ৰী কৰিবলৈ লাগিব। ওচৰতে থকা মেচটোৰ বাবু দুটাই এতিয়া কাপোৰ নিবহি বুলি তাইক ৰাতিপুৱাই কৈ গৈছে। বিন্দিয়াই হাঁহি কৈ গ'ল।

“আজিৰ দৰে সদায় থাকিবি আকৌ। অশান্তি খননো কৰি থাক কেলেই ?” মায়ে কলে।

“গণ্ডগোল চব ময়ো ভাল নাপাওঁ আই। পিছে কি কৰিম ? নিচা খাই আহি মোক কেতিয়াবা বিনা দোষত মৰিয়ালে মই কি বুলি সহি থাকিম ?”

বিন্দিয়াই তলমূৰ কৰি কলে। অলপপৰ মনে মনে থাকি হঠাতে তাই বহাৰ পৰা উঠিল।

"মই যাওঁ আই। আজি হীৰালালে মিস্ত্রীকে মোকে টকী দেখুৱাবলৈ নিম বুলিছে।"

"হীৰালাল কোন বিন্দিয়া ?" মই সুধিলো।

"কেলেই হীৰালালক তুমি চিনি নোপোৱা বাইদেউ ? মিস্ত্রীৰ দোস্ত।" বিন্দিয়া নামি গল চোতাললৈ। মোলৈ এবাৰ উভতি চাই সুধিলে, "বাইদেউ ইস্ত্রী কৰিবলৈ কাপোৰ দিবা নেকি ?"

আছিল। কিন্তু কলো, "নালাগে আজি সময় হ'ব জানো তোৰ ? কাইলৈ নিবিহি বুজিছ।" বিন্দিয়াই কৃতজ্ঞতাৰ হাঁহি এটা মাৰি গলগৈ। সন্ধ্যা লগাৰ আগে আগে মই দেখিলো সহদেৱ, হীৰালাল আৰু বিন্দিয়া ওলাই গৈছে চিনেমালৈ। বিন্দিয়াৰ গাত এখন নতুন সাৰী কুমলীয়া কলপাত বৰণৰ। দীঘল বেণীদালৰ ওপৰেদি সোঁকান্ধেদি সাৰীখনৰ আগটো টানি আনি ওৰণি লৈছে। ওৰণিৰ তলত হাঁহিৰে ওপচা বিন্দিয়াৰ মুখখন মই পাতল আন্ধাৰত স্পষ্টকৈ মনিব নোৱাৰিলো। বিন্দিয়াহঁত গ'লগৈ।

কেইবাদিনো বিন্দিয়া আমাৰ ঘৰলৈ অহা নাছিল। গা ভাল নাছিল হেনো। বেছি ভাগ সময় শুই বহি থাকে। মাজে মাজে সহদেৱৰ বন্ধু দুই এটা আহিলে চাহ ধপাতৰ যোগান ধৰিবৰ কাৰণেহে তাইক বাহিৰলৈ অহা দেখো। তাৰ পিছত হঠাতে এদিন মাজনিশা সাৰ পাই মই শুনিলো বিন্দিয়াহঁতৰ ঘৰত কিবা গণ্ডগোল হৈছে। কি হৈছে মই ঠিক বুজিব নোৱাৰিলো। তাৰ পিছত সহদেৱৰ চিঞৰ বাখৰ শুনি বুজিলো সিহঁতৰ কুৰুক্ষেত্ৰ আৰম্ভ হৈছে।

"চালা চুৱৰকাবাচ্ছাক মোৰ ঘৰলৈ আহিবলৈ দিবি কেলেই তই ? খুন কৰিম মই তাক। লাজচৰমৰ মূৰ খালি। মোৰো ইজ্জত নষ্ট কৰিলি। মোৰ জিন্দেগী তই বৰবাদ কৰি দিলি।"

খঙত সহদেৱৰ মাতটো কঁপি কঁপি ওলাইছিল। ঘটনাটো কি হৈছে মই ঠিক বুজিব নোৱাৰিলো। বিন্দিয়াৰ কান্দোনৰ ক্ষীণ সুৰ



এটা আহি মোৰ কাণত পৰিলহি। বিন্দিয়াই কান্দি কান্দি কিবা কৈছিল। বোধকৰো সহদেৱক শাও দিছিল।

"চুপ থাক। মোক গালিপৰা মুখখন তোৰ ভাঙি পেলাম বুজিছ।'

—মোৰ মূৰটো ভীষণ ধৰণে গৰম লাগিল। কি যে অসভ্য এই মানুহহাল। বিয়া হোৱা মাত্র এবছৰ হৈছে। এই এটা বছৰ অন্ততঃ সিহঁতে শান্তিৰে কটাব পাৰিলেহেঁতেন। সহদেৱৰ ওপৰত মোৰ খং উঠাৰ লগতে বিন্দিয়ালৈও মোৰ ঘিণ লাগিল। মই ঠিক কৰিলো সিহঁত আমাৰ মাটিৰ পৰা যদি নাযায় আমিয়ে ইয়াৰ পৰা যামগৈ। আমাৰ ভাৰাঘৰ বিলাকৰে খালি পৰি থকাটোলৈ আমি যামগৈ। কেইদিন মানৰ পিছত বাইদেউ আহিব। বাবুল আৰু বুলাই এই বোৰ দেখি দেখি কি শিক্ষা পাব ? বাইদেৱে মোক গুৱাহাটীতে কৈছিল—"মণি, বিন্দিয়াহঁতৰ কিবা এটা ব্যৱস্থা কৰিলৈ দেউতাক কবি। একেবাৰে উঠাবলৈ যদি তেউতাই বেয়া পাইছে, তেনেহ'লে বাঁহনি ডৰাৰ সিপাৰে ঘৰ এটা দিয়ক। হ'ল বুলি আৰু দিনে ৰাতিয়ে লোকৰ মুখ চুপতাচুপতিখন শুনি থাকিব নোৱাৰি নহয়।" বাইদেৱে কৈ পঠোৱা কথাখিনি মই দেউতাক কোৱা নাছিলো। কিয়নো আহিবৰ পৰা ইহঁতৰ দিনবোৰ বেছ ভালেৰে যোৱা দেখি মই ভাবিছিলো আৰু কাজিয়া লগাৰ সম্ভাৱনা নাই।

দেউতাক কথাটো ক'ব লাগিব। মই গাৰুটোতে কাণখন হেচা-মাৰি ধৰি টোপনি যাবলৈ চেষ্টা কৰিলো। অলপ পৰৰ পিছত সহদেৱৰ মাত বন্ধ হৈ গ'ল। মাত্র বিন্দিয়াৰ উচুপনিবোৰহে মাজনিশাৰ গহীন আন্ধাৰবোৰ ভেদি মোৰ কাণত পৰিলেহি। বিন্দিয়াই কান্দিয়েই আছে অবিৰাম। কান্দক। বিন্দিয়াৰ প্রতি মোৰ অন্তৰত কোনো সহানুভূতি নাই।

পিছদিনা দেখিলো বিন্দিয়াহঁতৰ সংসাৰখন আগৰ দৰেই চলিছে। আগদিনা ৰাতি কিবা এটা হৈছিল বুলি বুজা টান।

আনদিনাৰ দৰেই পুৱাৰ কোমল ৰ'দজাক আহি পিৰালিৰ কথনা জোপাত পৰিলহি। সজাৰ ভাটৌটোৱে মুখত গোমধানৰ গুটি কেইটামান লৈ চিঁচিঁয়াই উঠিল। ছাগলী পোৱালী দুটাই চোতালত দৌৰাদৌৰি কৰিলে। ঘৰৰ মুধেদি আনদিনাৰ দৰেই কুণ্ডলী পকাই ধোঁৱাবোৰ ওলাই আহিল। বিড়ি হুপি হুপি মূৰত কাপোৰৰ টোপোলাটো লৈ সহদেৱ কাপোৰ ধুবলৈ গ'লগৈ। আৰু দীঘল চুলিখিনিতে টানকৈ খোপা এটা বান্ধি বিন্দিয়াই গুণগুণাই গান গাই আমাৰ টিউবৱেলটোৰ পৰা পানী নিলেহি। বিন্দিয়াৰ মুখত আগদিনাৰ কান্দোনৰ কোনো চিন দেখা নগ'ল। মই অবাক হৈয়ো নহবৰ চেষ্টা কৰিলো।

......অদ্ভুত ধৰণেৰে চক খাই উঠিলো মই। খুব মনোযোগ দি বাইদেউলৈ চিঠি এখন লিখি আছিলো। হঠাতে মোৰ পিছফালে ছাঁ এটা দেখি মই উভতি চালো। বিন্দিয়া ৰৈ আছে। দুৱাৰখন জপোৱা।

"কি হল বিন্দিয়া? গধূলিখন আহিলি যে?"

বিন্দিয়াই নামাতিলে। মই মন কৰিলো তাইৰ পূৰঠ মুখখন শেতা পৰি গৈছে। বিন্দিয়াৰ গাত ম'ৰাচৰাইৰ পাখী আঁকা নীলা পাটৰ সাৰী এখন। এইখন তাইৰ আটাইতকৈ মূল্যবান সাৰী। আগতে মাত্ৰ এদিন এইখন সাৰী পিন্ধা দেখিছিলো—তাই কইনা হৈ সহদেৱৰ ঘৰলৈ আহিবৰ দিনা। তাৰ পিছত প্ৰায় এবছৰৰ মূৰত তাইৰ গাত আকৌ এইখন সাৰী দেখিলোঁ। খোপাত কেইপাহমান কথনা। কপালত সেন্দুৰৰ উজ্বল ফোট এটা। শিৰৰ দীঘল সেন্দুৰখিনি জুইশিখাৰ দৰে আন্ধাৰত জিলিকি উঠিছে।

মই তাইৰ মুখলৈ চালোঁ।

"কি হ'ল নকৰ কেলেই?"

"মোৰ ভয় লাগিছে বাইদেউ।"



"কালৈ?—মিস্ত্ৰীলৈ নেকি?" মই অলপ বিৰক্তিৰে সুধিলো।

"ওঁ। মই হীৰালালৰ ঘৰলৈ গৈছিলোঁ। মিস্ত্ৰীয়ে গম পাই খুব হাল্লা কৰিছে। মোক আজি সুদাই নেৰে।"

মোৰ খঙে মূৰৰ চুলি পালেগৈ। নিজকে চম্ভালিব নোৱাৰিলো।

"তই হীৰালালৰ ঘৰলৈ গৈছিলি। তাৰ বাবে মিস্ত্ৰীয়ে তোক মৰিয়াব। মই কি কৰিব লাগে? ওলাই যা এতিয়াই।" মই অলপ চিঞৰি কলো।

"হীৰালালৰ খুব জ্বৰ। খবৰ লবলৈহে গৈছিলোঁ। মই কোনো বেয়া ভাৰত যোৱা নাই বাইদেউ।" বিন্দিয়াই কলে।

"মোক একো ক'ব নালাগে। ওলাই যাবলৈ কৈছোঁ নহয়, শুনা নাই নেকি?"

দুৱাৰখন ঠেলি বিন্দিয়া ঘৰকৈ ওলাই গ'লগৈ আৰু মই পিছ-মুহূৰ্ত্তে আহি দুৱাৰখন বন্ধ কৰি হুকটো লগাই দিলোঁহি।

আজি ৰাতিপুৱা বিছনাৰ পৰা উঠাৰ আগেয়েই মোৰ কাণত পৰিল কোনোবাই যেন কান্দি কান্দি কথা কৈছে। মাতটো মাইকী মানুহৰ যেন নালাগিল। তেনেহলে বিন্দিয়া নহয় সেয়া। কোন হব পাৰে? সহদেৱ নেকি? তাৰ আকৌ কি হল? মই জাপ মাৰি উঠিলো। লগে লগে মাৰ মাতটোও দুই এবাৰ শুনিলো। মই লৰালৰিকৈ দুৱাৰখন খুলি ওলাই আহিলো। পিছফালৰ বাৰান্দাৰ কাষৰ চিৰিটোতে বহি আছে সহদেৱ। জপৰা চুলি-কোচাৰে সৈতে ভীষণ ৰুক্ষ এখন মুখ। মোক দেখি সহদেৱে আকৌ এবাৰ চকুপানী মচিলে। মই একো নুবুজিলো।

"তাই গুছি গলগৈ বাইদেউ। মোৰ জিন্দেগী বৰবাদ কৰি থৈ তাই গলগৈ। মোৰ মান ইজ্জতো চব লৈ গল।"

"কি হল মিস্ত্ৰী? মই একো বুজা নাই।"

"বিন্দিয়াৰ কথা কৈছোঁ। কালি বহুত ৰাতি ঘৰলৈ আহি দেখো বিন্দিয়া নাই। মই হীৰালালৰ ঘৰলৈ বিচাৰি গ'লো। সিও নাই। তাৰ ঘৰ খালি। সিহঁত দুটাই মোক বেইমানী কৰিলে।"

মই কি ক'ম একো ভাবি নাপালো। মালৈ চালো। মায়ে সহদেৰক সান্তনা দিবৰ মনেৰে কলে—"গ'ল যদি ভালেই হল দে। থাকোতে জানো সুখ পাইছিলি? সদায় হাই-কাজিয়া কৰিহে আছিলি।"

সহদেৱ তলমুৰ কৰি ৰল। মই এবাৰ সিহঁতৰ ঘৰটোৰ ফালে চালো। নিজান ঘৰটোৰ পিৰালিত ছাগলী পোৱালী দুটা জুপুকা মাৰি বহি আছিল। ভাটৌটোৱেও চিঁচিঁয়াই থকা নাছিল। বেলিৰ পোহৰ পৰাত পুৱৈ জোপাৰ পাতবোৰ চিকমিকাই উঠিছিল। আজি আৰু বিন্দিয়াই গুণগুণাই গান গাই খচখচকৈ চোতাল নাসাৰেহি। ভাটৌটোকো খাবলৈ গোমধান নিদিয়ে। ছাগলী দুটাক কোলাত লৈ মৰম নকৰে। আৰু কাপোৰৰ টোপোলাটো লৈ জপনাখন খুলি মোক চিঞৰি নোসোধেহি, "কাপোৰ আছে বাইদেউ?" সহদেৱৰ দিনবোৰ আকৌ গতানুগতিক ভাৱে চলিব। জীয়েকৰ লগত থকা বুঢ়ীমাক জনী হয়তো আকৌ আহিব পুতেকক ভাত মুঠি ৰান্ধি দিবলৈ। শুকুলা চুলিৰ বুঢ়ীজনীয়ে কুজাকুজিকৈ কাম কৰি ফুৰিব। ছাগলী কেইটাৰ যতন ল'ব। বাৰীৰ শাকপাত কেইদাল আপদাল কৰিব। আৰু গধূলি পৰত পিৰালিত চাকিৰ পোহৰত জুপি জুপি ৰামায়ণ পঢ়িব। সহদেৱৰ মিস্ত্ৰীৰ জীৱনৰ দিন বোৰ এটা এটাকৈ পাৰ হৈ যাব। মাত্ৰ বিন্দিয়া উভতি নাহে। মই তলমূৰ কৰি বহি থকা সহদেৱলৈ এবাৰ চালো। সহদেৱে কিবা এটা কবলৈ উচপিচাই আছিল। "কিন্তু আই"—সহদেৱৰ মাতটো কঁপি ওলাল।

"তাই যে মোৰ বাচ্চাটোও লৈ গল। আৰু ছয় মাহৰ পিছত



যোৱাহলে মই দুখ নকৰিলোহেঁতেন। মোৰ বাচ্চাটো নিবলৈ মই তাইক নিদিলোহেঁতেন।"

মই অঁকবাৰ দৰে মাৰ চকুলৈ চালো। সহদেৱ ঘপকৈ থিয় হ'ল।

"তাই মা হবলৈ ওলাইছিলে আই। তাই যে—" আৰু কিবাকিবি ভোৰভোৰাই সহদেৱ গুচি গলগৈ। মই বেৰখনতে আউজি বৈ থাকিলো। অদূৰত মা ও। মই মন কৰিলো চকুদুটা মোহাৰি সহদেৱে জপনাখন খোলা মাত্ৰকে ছাগলি পোৱালী দুটা দৌৰি আহি সহদেৱৰ ওচৰ পালেহি। পোৱালী দুটা কোলাত তুলি দুকাষে লৈ সহদেৱ গলগৈ। সজাৰ ভাটৌটোৱেও জোৰেৰে এবাৰ কলকলাই উঠিল। বোবা দৃষ্টিৰে মা আৰু মই চাই ৰ'লো সেই দৃশ্যটোলৈ।

# সৰাফুল

ইজি চেয়াৰ খনত আউজি বহি প্ৰণৱ গোস্বামীয়ে দূৰৰ আকাশ খনলৈ চাই আছিল। নিজান ঘৰটোৰ বাৰান্দাৰ টাববোৰত ফুলা অলেখ ৰঙৰ ফুলবোৰত সন্ধিয়াৰ পাতল জোনাকবোৰ পৰিছিল। তেওঁ শুনিলে বাৰান্দাৰ ঠিক পশ্চিমফালে কোনোবাই উচুপি উচুপি কান্দিছে। বুজিলে সেয়া তেওঁৰ প্ৰিয়তমা পত্নী উমা। গোসাঁই ঘৰত চাকি দিবলৈ গৈ থাপনাৰ আগত দীঘল দি পৰি উমাই আজি এসপ্তাহ ধৰি কান্দিছে। চকুৰ পানীৰে ভগৱানৰ আৰতি কৰিছে। তথাপিও যেন চকুপানীৰ শেষ নাই। কান্দি লাভ নাই—উমাই জানে। কিন্তু তথাপিও। তথাপিও উমাই নকন্দাকৈ থাকিব নোৱাৰে। প্ৰণৱ গোস্বামীৰ মুখৰ পৰা দীঘল হুমুনিয়া এটা সৰি পৰিল। আকাশ বিস্তৃত মহাশূন্যতা খিনিৰ মাজত আবদ্ধ কৰি ৰখা দৃষ্টি ঘূৰাই আনি তেওঁ এবাৰ ভিতৰ ফালে চালে। তেওঁ অনুভৱ কৰিলে কোনোবাই যেন এই মাত্ৰ হাতত চাহৰ ট্ৰেখন লৈ মৃদু পদক্ষেপেৰে তেওঁৰ ওচৰলৈ আহি কবহি, "দেউতা চাহ খোৱা।" ফুলৰ দৰে শুভ্ৰ কোমল মুখখনত হাঁহি এটা বিৰিঙাই কোনোবাই যেন কব, "দেউতা কিতাপবোৰ দিয়া, থৈ দিওঁগৈ। এই বিলাক পঢ়ি থাকিলেই তোমাৰ যেন ভোক গুছি যায়।" আৰু তেওঁ হাঁহি মাৰি চাহ কাপ হাতত তুলি লব।—কোনো নাহিল। মাত্ৰ ভিতৰফালৰ দুৱাৰৰ পৰ্দাখন এবাৰ বতাহত লৰি উঠিল। বাৰান্দাৰ লাইটটো জ্বলাবৰ চেষ্টা নকৰি তেওঁ বহি থাকিল। বহুত পৰৰ পিছত উমা আহিল। প্ৰণৱ গোস্বামীয়ে মূৰ দাঙি চালে। উমাৰ চকুত বিন্দু বিন্দু পানী। চাদৰৰ আগেৰে চকু দুটা মচি থৈ তেওঁ কলে "ভাবি ভাবিয়েই নিজকে শেষ কৰি দিব খুজিছে নেকি? চাহ খাবলৈ বলক।" উমাৰ



মাতটো কঁপি উঠিল। প্ৰণৱ গোস্বামীয়ে ক'ব খুজিছিলে—অকল ময়েই জানো? তুমিওতো কান্দি কান্দি নিজকে শেষ কৰি দিছা। কিন্তু তেওঁ নকলে।

"চাহ মই পিছত খাম উমা। মোৰ ওচৰত অকণমান বহাচোন।"

উমাই নীৰৱে বেতৰ চোফাখনত বহি পৰিল।

নিস্তব্ধতাৰ মাজেৰে বহুতোবোৰ মুহূৰ্ত্ত পাৰ হৈ গ'ল।

"উমা, এই কেইদিন মই সপোনত সদায় লেখাক দেখিছোঁ। তাই যেন মোৰ বিছনাখনৰ কাষলৈ আহি কয়, "দেউতা তোমাক আৰু মাক অকলে এৰি থৈ যাবলৈ মোৰ বৰ কষ্ট হৈছে। তথাপিও মই যাব লাগিব। মোক যে ইয়াত থাকিবলৈ ভগৱানে আৰু নিদিয়ে।"—তাই আচলতে ৰাতি ৰাতি সদায় আমাৰ ওচৰলৈ আহে। নহলে মই কিয় তাইক সদায় দেখিম?"

উমাই উত্তৰ নিদিলে।

"আপোনাক এটা কথা কবলৈ মই পাহৰি আছোঁ। অথনি আপুনি কলেজত থাকোতেই প্ৰশান্তৰ পৰা টেলিগ্ৰাম এখন আহিছে।"

"কহৰ টেলিগ্ৰাম উমা?"

"কাইলৈ ৰাতিপুৱাৰ ট্ৰেইনত প্ৰশান্ত পাবহি।"

"সি নহা হলেই মই বেছি-ভাল পালোহেঁতেন। তাৰ কথা পাহৰিবলৈ মই যথেষ্ট চেষ্টা কৰিছো। তাক দেখিলে মই পাগল হৈ যাম উমা। তাক আহিবলৈ নিদিবা।" প্ৰণৱ গোস্বামীয়ে চিঞৰি উঠিল।

উমাৰ চকুদুটা আকৌ সেমেকি উঠিল।

"তাৰ জীৱনত আমি জুই জ্বলালো। তথাপিও সি আমাক ক্ষমা কৰি দিছে। প্ৰশান্ত মানুহ নহয় উমা, প্ৰশান্ত এক দেৱশিশু।"

প্ৰণৱ গোস্বামীৰ চকুৰ আগলৈ প্ৰশান্তৰ মৰমলগা মুখখন ভাহি আহিল।

বিশ্ববিদ্যালয়ৰ অধ্যাপক ছৌবিশ বছৰীয়া শান্ত লৰাটোৱে আজি মাত্ৰ এমাহৰ আগতে এই একেখিনি ঠাইতে, এই একেবোৰ ফুলৰ কাষতে বহি তেওঁক কৈছিল, "মহা, মই কাইলৈ পুৱা যামগৈ। আপুনি সেই বিষয়ে দেউতালৈ সোনকালে চিঠি দিব। মোৰ অনুৰোধ আশা কৰো নেপেলায়।"

প্ৰশান্তৰ চকুলৈ স্থিৰ দৃষ্টিৰে চাই গোস্বামীয়ে কৈছিল, "কিন্তু, —কিন্তু প্ৰশান্ত তাই যে বৰ অসুখীয়া। মই তোমাক আকৌ এবাৰ কওঁ তুমি ভালদৰে ভাবি চোৱা।"

"ভাবিবলৈ মোৰ আৰু সময় নাই মহা। এইকেইদিন লেখাক বেছ ভাল দেখিছো। নিয়মমতে কলেজলৈও গৈ আছে। পলম কৰা আমাৰ অনুচিত হব।"

প্ৰণৱ গোস্বামীয়ে উত্তৰ নিদি দীঘল হুমুনিয়া এটা কাঢ়িছিল।

পিছদিনা ৰাতিপুৱা প্ৰশান্ত গলগৈ। আৰু যাবৰ সময়ত মাতি লেখাক কলে, "লেখা, স্বাস্থ্যৰ প্ৰতি চকু দিবা। অহা মাহত মই আকৌ এবাৰ আহি যাম। তোমাক যেন ঠিক এনেকুৱাই দেখো। মোৰ কথা মনত থাকিবতো ?"

লেখাই সলজ্জ হাঁহি এটা মাৰিলে।

প্ৰশান্ত গ'লগৈ। প্ৰণৱ গোস্বামীয়ে একমাত্ৰ সন্তান লেখাক বুকুত সুমুৱাই লৈ কলে, "মাজনী, প্ৰশান্তই কৈ যোৱা কথা মনত ৰাখিবি। তই মন মাৰি থাকিলে আমাৰো বেয়া লাগে নহয়।"

দেউতাকৰ মৰম দেখি লেখাই অকণমান হাঁহিলে মাত্ৰ।...

প্ৰণৱ গোস্বামীয়ে উমালৈ চালে। ক্ষীণ বগা হাত দুখন নিজৰ কোলাত থৈ নিশ্চুপ হৈ উমা বহি আছিল।



"আপুনি ভিতৰলৈ নাযায় যদি, চাহ ইয়ালৈকে লৈ আহোগৈ। কিতাপবোৰ মোক দিয়ক। এতিয়া আৰু পঢ়িবৰ সময় নাই।"

উমাই কিতাপ কেইখন হাতত তুলি লৈ নিজকে কোৱাৰ দৰে কলে, "এইবিলাক পঢ়ি থাকিলেই যেন ভোক গুচি যায়।"

ভিতৰলৈ সোমাই যোৱা উমালৈ চোৱাৰ লগে লগে লেখাৰ ছবিখনে প্ৰণৱ গোস্বামীক আমনি কৰিলেহি। আনদিনা ইমান সময়ত ডিঙিলৈকে পৰা চুটি কেঁকোৰা চুলিবোৰত টানি বন্ধা ৰিবনদাল বতাহত নচুৱাই লেখা আহি তেওঁক কয়হি,—"দেউতা, আমি আজি নৈৰ পাৰত বহুত ফুৰিলো। মোক থৈ নীনা আৰু বুলা গ'লগৈ। পাহাৰৰ দাতিয়েদি নৈৰ বুকুত বেলিমাৰ যোৱা দৃশ্যটো চাই ইমান ভাল লাগে নহয় ? তুমি কিজানি কাহানিও দেখা নাই। তুমি আৰু ঘৰত সোমাই এই টান কিতাপবোৰ পঢ়ি থাকিবলৈহে ভাল পোৱা।"—দেউতাকৰ উত্তৰলৈ বাট নাচাই লেখা গুচি গৈছিল ভিতৰলৈ। লেখালৈ চাই তেওঁ ভাবিছিলে, ইমান ধুনীয়া লেখাজনী। তাইৰ স্বাস্থ্যটোও যদি সেইদৰে ধুনীয়া হলহেঁতেন, তেওঁৰ কোনো দুখ নাথাকিলেহেঁতেন।—আজি কিন্তু লেখা নাহে। লেখা গুচি গ'ল। তেওঁলোকৰ সংসাৰত জুই জ্বলাই গ'লগৈ। অসমৰ সুবিখ্যাত কলেজ এখনৰ দৰ্শনৰ অধ্যাপক প্ৰণৱ গোস্বামীৰ একমাত্ৰ সন্তান লেখাৰ আজি এসপ্তাহৰ আগতে মৃত্যু হল।

* * *

বন্ধত ঘৰলৈ অহা প্ৰশান্তক মাকে সুধিলে, "সোণ, মোৰ চিঠিখনৰ উত্তৰ তই নিদিলি যে ?"

"উত্তৰ দিবলৈ আৰু কি আছে মা ? তোমালোকেতো লেখাৰ জন্মৰ লগে লগেই আমাৰ বিয়া ঠিক কৰিলা। বিয়া হবই।"

মাক উচপ্ খাই উঠিল।

"কিন্তু লেখা যে বৰ অসুখীয়া সোণ। আজি বহুতো দিনৰ পৰা

তাই হার্টৰ অসুখত ভুগিছে। জানি শুনি তেনেকুৱা এজনী ছোৱালীক কেনেকৈ বোৱাৰী কৰি আনো ”

“সেইবোৰ মোক নকবা মা। লেখাৰ অসুখৰ কথা মই নাজানো। লেখাক মই কাহানিও দেখাও নাই। তথাপিও মই তেওঁক বিয়া কৰাম। তোমালোকে নিজে বন্দোবস্ত কৰা বিয়াখন কেনেকৈ নিজে ভাঙিবা।”

প্ৰশান্তৰ গহীন মুখখন দেখি মাকে আৰু নতুনকৈ একো কথাৰে অৰতাবনা কৰিবলৈ সাহ নকৰিলে। প্ৰশান্তৰ মাকৰ মনত পৰিল বহুতো বছৰৰ আগৰ এটা দিনৰ কথা। প্ৰশান্তৰ দেউতাক ডাক্তৰ প্ৰতুল বৰকটকীৰ অন্তৰঙ্গ বন্ধু আছিল প্ৰণৱ গোস্বামী। তেওঁলোকৰ বিয়াও প্ৰায় একেসময়তে হৈছিল। কিন্তু কেইবা বছৰলৈকে গোস্বামী নিঃসন্তান হৈ আছিল। প্ৰশান্তৰ সাত বছৰীয়া জন্মদিনৰ উলহ মালহৰ মাজতে তেওঁলোকলৈ খবৰ আহিল মেডিকেল কলেজৰ হস্পিটেলত উমাৰ এটি কন্যা সন্তান জন্ম হৈছে। প্ৰতুল বৰাকটকীয়ে তেওঁৰ পত্নীক লৈ পিছদিনাই ডিব্ৰুগড়লৈ ৰাওনা হৈছিল। বৰফৰ দৰে বগা কাপোৰৰ মাজত শুই থকা গোলাপ ফুলৰ দৰে উজ্বল মুখৰ ধুনীয়া কেচুৱা ছোৱালীজনী দেখি তেওঁলোক আনন্দত অধীৰ হৈ উঠিছিল। ছোৱালীজনীলৈ বহুত পৰ একেথৰে চাই থাকি ডাক্তৰ বৰকটকীয়ে প্ৰণৱ গোস্বামীক কৈছিল, “তোৰ ওচৰত মোৰ এটা অনুৰোধ আছে। তই কিন্তু ৰাখিব, লাগিব। তোৰ ছোৱালী আমাৰ প্ৰশান্তলৈ দিব লাগিব। দিবি ?”

তেওঁৰ কথা শুনি গোস্বামী আৰু উমাই জোৰেৰে হাঁহি দিছিল।

“হাঁহিছ যে, তাৰ মানে আমাৰ বন্ধুত্বৰ সুতাদ'ল আৰু অলপ টান কৰি বান্ধি পেলাবৰ তহঁতৰ ইচ্ছা নাই নহয় ?”



“কিয় নাথাকিব ? আমি খুব সুখী হ'ম। বহুত পিছৰ কথা তই বহুত আগতে ভবাৰ কাৰণেহে হাঁহিছোঁ।”

অকণমান ছোৱালীজনীক দুই হাতেৰে সাৱটি লৈ প্ৰশান্তৰ মাকে চুমাৰে ওপচাই দিলে।

যাবৰ সময়ত ডাক্তৰে কলে, “তাইৰ নাম শ্ৰীলেখা দিলে মই বৰ ভাল পাম। ঘৰত লেখা বুলি মাতিবি।”

হাঁহি হাঁহি প্ৰশান্তৰ মাক দেউতাক গ'ললৈ।

প্ৰশান্তক এই কথা তেওঁলোকে ভুলতো কোৱা নাছিল। প্ৰশান্তই এম, এ পঢ়িবলৈ যোৱাৰ পিছত মাকে প্ৰশান্তক কথাটো জনাব খুজিছিলে। কিন্তু সেই সময়তে লেখাৰ অসুখ আৰম্ভ হ'ল। গতিকে কোৱা নহল। প্ৰশান্তৰ পৰা কথাটো লুকুৱাবলৈ মাক দেউতাকে প্ৰাণপ্ৰণে যত্ন কৰিলে। সৰুৰে পৰা দূৰৰ হোষ্টেলত থাকি পঢ়া প্ৰশান্তই লেখাক এদিনো দেখা নাছিল। দেখাৰ কথা এদিনো ভবাও নাছিল। মাত্ৰ এবাৰ বন্ধত ঘৰলৈ আহোতে লেখাৰ ধুনীয়া ফটো এখন ড্ৰয়িং ৰুমত দেখি কাৰ ফটো মাকক সুধিছিলে। মাকে নিৰাষক্ত ভাৱে উত্তৰ দিছিল, “তই চিনি নাপাবি সোণ ? দেউতাৰৰ কোনোবা এজন বন্ধুৰ ছোৱালী।”

প্ৰশান্তই সুখ্যাতিৰে এম, এ পাছ কৰাৰ পিছত গুৱাহাটীত থকা পেহীয়েকে এদিন কলে, “সোণ পাছ কৰিলি, কামো পালি, এতিয়া বিয়াখন পাতি পেলা। পলম কৰি থাকি লাভ কি ?”

“ছোৱালী ক'ৰ পালা পেহী ?” প্ৰশান্তই হাঁহি সুধিলে।

“ইস্ এতিয়া নজনাই হলি। কিয়—লেখা ? শ্ৰীলেখা গোস্বামী ?”

“কোন লেখা পেহী, মই বুজা নাই।”

ককাইদেউৰ বন্ধু প্ৰণৱ গোস্বামীৰ একমাত্ৰ জীয়েক। এইবাৰ মেট্ৰিক পাছ কৰি কলেজত নাম লগাইছে।

প্ৰশান্তৰ মনত পৰিল, ঘৰৰ ড্ৰয়িং ৰুমত দেখা ছবিখনলৈ। প্ৰশান্তই বুজিলে তেওঁৰেই নিশ্চয় লেখা। প্ৰশান্ত মনে মনে থকা দেখি পেহীয়েকে কলে, "ভাবিবলৈ একো নাই বুজিছ। ককাইদেউ, নবৌৱে লেখাক তোলৈ বিয়া কৰাব বুলি তাইৰ জন্মৰ লগে লগেই প্ৰণৱ গোস্বামীক কথা দিলে। মাৰ-দেউতাৰৰ কথা তই নাৰাখিবি নেকি?"

প্ৰশান্তই দেখিলে মাক তাৰ পৰা উঠি গুচি গৈছে কেতিয়াবাই। অৰ্গেনটোৰ ওপৰত থকা লেখাৰ ফটোখনত তাৰ চকু পৰিল। খৰিকাজাঁই ফুলৰ দৰে বগা কোমল এখন মুখ, ডিঙিলৈকে বৈ পৰা কেঁকোৰা কলা চুলি আৰু এজোৰ অদ্ভুত কৰুণচকু। ইমান মনমৰা অথচ ইমান মৰমলগা ছোৱালীজনী। এইজনী ছোৱালীৰ লগত তাৰ চকুৰ চিনাকি নাথাকিলে অন্তৰৰ চিনাকি আছে। লেখাক সি বিয়া কৰাবই লাগিব। লেখাৰ জীৱনটো তলসৰা ফুলৰ দৰে মৰহি যাবলৈ প্ৰশান্তই কেতিয়াও দিব নোৱাৰে। চিকিৎসাৰ কাৰণে লেখাক সি ভিয়েনালৈ লৈ যাব। তাৰ সৰ্ব্বস্ব দি হলেও লেখাক বচাব লাগিব। লেখা যে তাৰ ইমান আপোন। লেখা যেতিয়া সম্পূৰ্ণ নিৰাময় হৈ উঠিব, তেতিয়া সিহঁতৰ সৰু সংসাৰ খন কিমান মধুৰ হৈ পৰিব। লেখাৰ মুখৰ প্ৰাণ-প্ৰাচুৰ্য্যপূৰ্ণ হাঁহিটোৱে অকল প্ৰশান্তকে নহয়, প্ৰশান্তৰ মাক-দেউতাককো কিমান তৃপ্তি দিব প্ৰশান্তই। বুজিলে সি সুখী হ'ব। খুব সুখী হব।

তাৰ পিছত মাক দেউতাকক অবাক কৰি প্ৰশান্তই কৈ দিলে প্ৰণৱ গোস্বামীৰ জীয়েক লেখাৰ বাহিৰে আন কাকো প্ৰশান্তই বিয়া নকৰায়। একমাত্ৰ সন্তানৰ মহান হৃদয়ৰ পৰিচয় পাই ডাক্তৰ বৰকটকীয়ে দুখৰ মাজতো তৃপ্তিৰ হাঁহি এটা মাৰিলে।

* * *



আবেলিৰ নিৰ্জ্জনতাৰ মাজত বিছনাত পৰি প্ৰণৱ গোস্বামীয়ে কলেজৰ পৰীক্ষাৰ বহী এজাপ চাই আছিল। ওচৰৰে চকী এখনত বহি উল গুঠি থকা উমালৈ চাই তেওঁ সুধিলে;

"লেখা ফুৰিবলৈ গৈছে নেকি?"

"নাই যোৱা। তাইক নিবলৈ বুলাহঁত আহিছিল। নগ'ল।" উমাই কলে।

"তাই মনটো মাৰি থকা দেখিলে মোৰ বৰ বেয়া লাগে উমা।"

"কলেজত লৰাছোৱালীবোৰ পঢ়ুৱাই থাকোতে চকুৰ আগত মই কেৱল তাইৰ মুখখনহে দেখো।" উমাই উত্তৰ নিদিলে। ভিতৰলৈ যাবলৈ খোজ লোৱা উমালৈ চাই প্ৰণৱ গোস্বামীয়ে ক'লে; "লেখাক পঠিয়াই দিবাচোন মোৰ ওচৰলৈ। "উমা গ'লগৈ আৰু অকণমান পিছত লেখা আহিল। দেউতাকৰ কাষত বহি চুলিত হাত ভৰাই লেখাই সুধিলে, "দেউতা মোক কেলৈ মাতিছিলা? কিবা কবা?"

প্ৰণৱ গোস্বামীয়ে ধীৰ ভাৱে কলে, "ফুৰিবলৈ নগলি কেলৈ লেখা? প্ৰশান্তই কৈ যোৱা কথা পালন কৰিবলৈ এৰি দিলি নহয়। প্ৰশান্ত আহিলে মই কৈ দিম।"

লেখাই ক্ষীণ হাঁহি এটা মৰিলে।

"প্ৰশান্তদাই মোক গালি পাৰিব নেকি দেউতা?"

"পাৰিব পাৰে। মই ক'ব নোৱাৰো।" প্ৰণৱ গোস্বামীয়ে কৈ উঠি আকৌ বহী চোৱাত মন দিলে। লেখা বহুত পৰ মনে মনে বহি থাকিল।

"দেউতা, তুমিতো দৰ্শনৰ ডাঙৰ ডাঙৰ বহুতো কিতাপ পঢ়িছা। মোক দেখোন একোকে নোকোৱা।"

প্ৰণৱ গোস্বামীয়ে নামাতিলে।

"মৃত্যুৰ সিপাৰে বাৰু কি আছে দেউতা ?

প্ৰণৱ গোস্বামীয়ে এইবাৰো উত্তৰ নিদিলে।

"তুমি জন্মান্তৰবাদ বিশ্বাস নকৰা ! মই কিন্তু কৰো।"

প্ৰণৱ গোস্বামীয়ে অৱাক দৃষ্টিৰে লেখাৰ মুখলৈ চাই ৰ'ল।

"এইবোৰ ডাঙৰ ডাঙৰ কথা কবলৈ তোক কোনে শিকাইছে লেখা ?"

"নিজে শিকিছোঁ। জানা দেউতা, মই যদি এদিন মৰি থাকো। এইখন ঘৰতে মই আকৌ জন্ম ল'ম। কি যে ভাল হব নহয় তেতিয়া ?" লেখাৰ ডাঙৰ চকু দুটা চলচলীয়া হৈ পৰিল। প্ৰণৱ গোস্বামীয়ে লেখাক বুকুৰ মাজলৈ টানি লৈ সৰু লৰা এটাৰ দৰে কান্দি পেলালে।

* * *

লাইটৰ শেঁতা নীলা পোহৰে বুৰাই থোৱা কোঠাটোত কোমল বিছনাখনত লেবেলি যোৱা ফুল এপাহৰ দৰে নিস্তেজ মুখখন লৈ লেখা শুই আছিল। কাষৰ টেবুলখনত ঠাহ খাই আছিল মূল্যবান ঔষধ, প্ৰেছক্ৰিপশ্যন, আৰু অজস্ৰ ফলমূলৰ সম্ভাৰ। গোঁসাই ঘৰত উমাই সন্ধ্যাৰ প্ৰদীপ জ্বলাই চকুৰ পানীৰে ভগৱানৰ আৰতি কৰিছিল। আৰু লেখাৰ মুখলৈ পলক বিহীন দৃষ্টিৰে চাই বহি আছিল প্ৰণৱ গোস্বামী। প্ৰণৱ গোস্বামীয়ে বুজিছিল বনৰ পখীক তেওঁলোকে সজাত ভৰাই ৰাখিবলৈ বৃথা চেষ্টা কৰি আহিছে আজি ইমান দিনে। সেই সজা ভাঙি মুক্ত আকাশত বিচৰণ কৰিবলৈ যদি পখী উৰি গুচি যায়। তাত কোনেও বাধা দিব নোৱাৰে। উমাৰ চকুপানীয়ে তেওঁৰ প্ৰাণৰ আকুতিয়ে ভগৱানৰ হিয়া নগলায়। লেখাৰ মুখলৈ অপলক দৃষ্টিৰে চাই গোস্বামী বহি আছিল। বাহিৰত পাতল জোনাক শুক্লা পঞ্চমীৰ কাচি জোনটো নাওখনৰ দৰে ডাৱৰ



টোবোৰৰ মাজেদি পশ্চিম দিগন্তলৈ আগবাঢ়িছিল। শুক তৰাটো নিশ্চুপ হৈ জ্বলি আছিল আকাশত।

"দেউতা, প্ৰশান্তদা আৰু জেঠাইহঁত কেতিয়া আহিব ?" ক্ষীণ মাতেৰে লেখাই সোধে।

"অকণমান পিছতে পাবহি সোণ। তই মনে মনে শুই থাকচোন।"

"দেউতা, ডাক্তৰ বেনাৰ্জ্জীয়ে মোৰ কথা তোমাক কি বুলি কৈছে ?"

"কৈছে তই বহুত ভাললৈ আহিছ। চিন্তাৰ কাৰণ নাই।"

"তেখেতে তোমাক মিছা কথা কৈছে। হাৰ্ট স্পেচিয়েলিষ্ট হৈ তেখেতে মোৰ কথা নজনা নহয়।" লেখাৰ চকুত বিৰিঙি উঠা পানী এটোপ গোস্বামীয়ে হাতেৰে মচি দিছিল।

অকণমান পিছতে ডাক্তৰ বৰকটকী, তেওঁৰ পত্নী আৰু প্ৰশান্ত পালেহি গাড়ীৰে। লেখাই তেওঁলোকলৈ নীৰৱে চালে। "প্ৰশান্তদা তুমি এবাৰ মোৰ ওচৰলৈ আহা।" লেখাৰ মাতটো অসম্ভৱ ধৰণে কঁপি উঠিছিল। প্ৰশান্তৰ হাত এখন লেখাই নিজৰ হাতৰ মাজত সুমুৰাই ললে।

"মই—মই আৰু ভাল নহওঁ প্ৰশান্তদা। মা দেউতাৰ মোৰ বাহিৰে আৰু কোনো নাই। তুমি তেওঁলোকক চাবা। জানা প্ৰশান্তদা মই বহুত আশা কৰিছিলো। তোমাৰ দৰে ময়ো আশা কৰিছিলো। ভগৱানে আমাৰ আশা পূৰণ হবলৈ নিদিলে। মই যে ইমান—" প্ৰশান্তৰ হাতৰ পৰা ঢিলা হৈ লেখাৰ হাতখন সৰি পৰিল বুকুৰ ওপৰত। লেখাই আৰু কথা নকলে।

প্ৰশান্তই লেখালৈ একেথৰে চাই থাকিল। চকুৰ পৰা এটোপালো পানী সৰি নপৰিল। প্ৰশান্তই হঠাতে উঠি গৈ কাষৰ ড্ৰেছিং আইনাখনৰ পৰা সেন্দুৰৰ টেমাটো আনি লেখাৰ শিৰত

এসোপামান তেজৰঙা সেন্দুৰ সানি দি কাপোৰখন মূৰলৈকে টানি দিলে। প্ৰণৱ গোস্বামী আৰু উমাই লেখাক সাৱটি ধৰিলেহি। উমাৰ চকুৰ পানীবোৰ মচি দি প্ৰশান্তই কলে, "মাহী, আপোনা-লোকে কান্দিছে কিয়, মই বুজা নাই। আজি লেখাৰ সৈতে মোৰ বিয়া। আনন্দহে কৰিব লাগে।" তাৰ পিছত প্ৰশান্তই মাকৰ গাত ধৰি জোকাৰি দি কলে, "মা তোমাৰ বোৱাৰীক শেষবাৰলৈ হেপাহ পলুৱাই চাই লোৱা। আৰু দেখা নোপোৱা এই জীৱনত।" প্ৰশান্তৰ মাকে লেখাৰ ভৰিতে মূৰটো থৈ উচুপি উঠিল। ডাক্তৰ বৰকটকীয়ে মাত্ৰ সেই করুণ দৃশ্যটোলৈ অসহায় দৃষ্টিৰে চাই ৰল। তেওঁৰ চকুৰ আগলৈ ভাহি আহিল হস্‌পিটেলৰ গাখীৰৰ ফেনৰ দৰে বগা বিছনাখনত শুই থকা গোলাপ কলি এটাৰ দৰে উজ্বল কেচুৱা ছোৱালীজনীৰ মুখখন। আধা ফুলা হওঁতেই সেই কলিটো কাল পছোৱাই সৰাই দিলেহি। পূৰ্ণ প্ৰস্ফুটিত হবলৈ সেই পাহ ফুলে সময় নাপালে।

* * * *

লাইট জ্বলাবৰ চেষ্টা নকৰি আৰু ভিতৰলৈও উঠি যাবৰ ইচ্ছা নকৰি প্ৰণৱ গোস্বামী বাহিৰতে বহি থাকিল। পাতল জোনাকবোৰ আহি বাৰান্দাৰ ফুলবোৰত পৰিলহি। গোস্বামীৰ গাতো পৰিলহি। গোস্বামীয়ে অনুভৱ কৰিলে লেখা যেন আহি তেওঁৰ পিছফালে থিয় হৈ আছেহি! লেখাৰ কোমল আঙুলিবোৰৰ পৰশ তেওঁৰ কান্ধত লাগিছে। লেখাই যেন কাণে কাণে তেওঁক কৈছেহি— "দেউতা বহুত ৰাতি হল। ভিতৰলৈ বলা, মোক ৱৰ্ডছৱৰ্থৰ ইমৃমৰটেলিটি অড্‌টো বুজাই দিবা।" প্ৰণৱ গোস্বামীয়ে উভতি চালে। কোনো নাই। চাৰিওফালে মাথো নিবিড় নিৰ্জ্জনতা। গোসাঁইঘৰৰ থাপনাৰ গুৰিত টিমিকি টিমিকি জ্বলা চাকিগছৰ



ম্লান পোহৰবোৰ খিৰিকীয়েদি ওলাই আহিছে। প্ৰণৱ গোস্বামীৰ চকুৰ কোণত দুটোপাল পানী বিৰিঙি উঠিল। লেখা নাই। লেখা শেষ হৈ গ'ল। তেওঁক দেউতা বুলি মাতিবলৈ আৰু কোনো নাহে। কোনেও তেওঁক ৱৰ্ডছৱৰ্থৰ কবিতা বুজাই দিবলৈ নামাতেহি। কোনেও তেওঁক নৈৰ বুকুত বেলি মাৰ যোৱাৰ কথা নকয়হি। মৃত্যুৰ সিপাৰে কি আছে বুলিও তেওঁক কোনেও নোসোধেহি। লেখা আৰু নাহে। আৰু কোনোদিনে নাহে। চেনেহ ওপচা দুখন সৰু সংসাৰ ভাঙি থৈ লেখা গুচি গ'ল। অসমৰ সুবিখ্যাত কলেজ এখনৰ দৰ্শনৰ অধ্যাপক প্ৰণৱ গোস্বামীৰ একমাত্ৰ সন্তান লেখাৰ আজি এসপ্তাহৰ আগতে মৃত্যু হল।......দিগন্ত বিয়পী জোনাকৰ করুণ কোমল পোহৰ বোৰলৈ চাই প্ৰণৱ গোস্বামী নিশ্চুপ হৈ বহি থাকিল।

# চন্দ্ৰমল্লিকা

চন্দ্ৰমাৰ ৰজতশুভ্ৰ পোহৰবোৰে ধৰাৰ বুকুত বাগৰি বাগৰি পৰি এক মধুৰতম স্বপ্নজাল ৰচনা কৰিছে আৰু সেই জ্যোস্নাধৌত ধৰাৰ বুক উদাস কৰি তুলিছে ক'ৰবাৰ পৰা উৰি অহা মুকুলিত বনকুসুমৰ সুস্নিগ্ধ সৌৰভে। এই নিৰৱচ্ছিন্ন মধুভৰা জোনাকত বহি মই ভাবি আছো মাথো এটা কথা! বননিত নিৰৱে ফুলি দিগবলয় উচ্ছল কৰি সুৰভি বিলাই আপুনি বননিত মৰাহি যোৱা এপাহি বনকুসুমৰ কথা। সেই কথা আৰু সেই জীৱন হৈছে চন্দ্ৰমল্লিকাৰ। আজি আবেলি নৈকে হৰিণ-চঞ্চল চকুজুৰি নচুৰাই মোৰ লগত কথা পাতি থকা চন্দ্ৰমল্লিকা এতিয়া নাই। দিগবলয়ৰ শেষ সীমাত, য'ত মাটিয়ে আকাশে কথা পাতে তাতে হয়তো জোনাকত অশ্ৰুবিগলিত দৃষ্টিয়ে বেদনাহতা চন্দ্ৰমল্লিকা ঘুৰি ফুৰিছে। মোকো হয়তো দেখিছে। চকুকিটা মোৰ তিতি উঠা যেন লাগিল। হাতেৰে চুই চালো। অৱৰুদ্ধ হৈ থকা বহুত পানী দ্ৰুত গতিৰে নামি আহিছে।

চন্দ্ৰমল্লিকা মোৰ মৰমৰ ভনী। তেজ মঙহৰ সম্বন্ধ নাথাকিলেও তাই মোৰ ভনী। সোৱনশিৰিৰ বালিত সোণগুৰি বিচাৰি, কাষৰ বালিচাপৰিত গঙ্গা চিলনীৰ জাক খেদি খেদি ভাগৰি নপৰা মিৰি জিয়াৰী চন্দ্ৰমল্লিকা। মোৰ মুখত যদি আছে চহৰীয়া আভিজাত্যৰ এটা কটু চাপ, তাইৰ মুখত আছে শ্যামল প্ৰকৃতিৰ চেনেহেৰে উদ্ভাসিত প্ৰশান্ত আলোককান্তি। মোৰ চকুত যদি নিজেকে শিক্ষিতা বুলি ভৱা চহৰীয়া জীৱনৰ বক্ৰ দৃষ্টি আছে, তাইৰ চকুত আছে অন্তৰৰ মাধুৰ্য্যৰাশিৰে উছলি উঠা গৰিমাময় আনন্দৰ জ্যোতিচ্ছটা। তাই বনজাত এপাহ মল্লিকাৰ দৰে সুস্নিগ্ধা। আৰু মই? মইতো চহৰৰ কাঠফুলা সভ্যতাৰ গৰল পান কৰি নীলকণ্ঠি হৈ গৈছো। কিন্তু উশাহ নিশাহ নিৰুদ্ধ হৈয়ো মই আমাৰ পৃথিৱী-



খনত জীয়াই আছো। জীয়াই থাকিবলৈ অফুৰন্ত সংগ্ৰাম কৰিছো। আৰু তাই সুকুমৰ স্বপ্ন প্লাৱনত স্নান কৰি, জোনাকৰ চেঁচা পোহৰৰ উমত ফুলৰ দৰে ফুলি উঠি অতি সোনকালেই পৃথিৱীৰ মোহ এৰি আঁতৰি পৰিল। তাই হয়তো এতিয়া দিগন্তৰ সীমাৰেখা পাৰহৈ সিপাৰৰ সুন্দৰৰ ৰাজ্যৰ ক্লান্ত যাত্ৰী।

চন্দ্ৰমল্লিকাৰ লগত মোৰ পৰিচয় হয় বহুতো দিনৰ আগতেই। বয়সত তাই মোৰেই সমান। প্ৰবেশিকা পৰীক্ষা দি উঠি মই গৈছিলো মোৰ মামাৰ ঘৰলৈ। সোৱনশিৰিৰ পাৰৰ সেই ঠাইত মোৰ মামাই ডাক্তৰী কৰি কিছুদিন আছিল। আবেলি মামাৰ ছোৱালী জবাৰ লগত মই ওলাই গৈছিলো মিৰি গাৱঁৰ ফালে। ৰাঙলী ৰ'দ জাকে সোৱনশিৰিৰ বালিত চিকমিকণি তুলিছিল। আবেলিটো আছিল মৰমলগাকৈ ধুনীয়া। ক'ৰবাত বহুত আঁতৰত, হয়তো নৈৰ সিপাৰে, ফুলা নাম নজনা ফুলৰ গোন্ধ কিছুমান উৰি আহি আমাৰ নাকত লাগিছিলহি। জবাই সুধিলে মোক,

"কোনে লাগিছে আমাৰ গাওঁখন বাইদেউ?"

"ভাল, খুব ভাল। পিচে 'লুকাই লুকাভাকু খেলা সোণচাপৰিৰ সোণপাহী" এজনীতো দৰ্শন পোৱাহ'লে যাত্ৰাটো বেছি মনোৰম লাগিলহেঁতেন।" মোৰ কথা শেষ হোৱাৰ আগতেই নৈৰ বালিচন্দা গছকি গছকি এজাক মিৰি গাভৰু সোৱনশিৰিৰ ঘাটেদি উঠি আহিল। জবাই মোৰ ফালে চাই হাঁহিলে। আমাক দেখি তাৰে এজনী ছোৱালী থমকি ৰ'ল। বাকীবোৰে খোজ ল'লে। ছোৱালীজনীয়ে মোৰফালে চাই মিচিকি হাঁহি এটা মাৰিলে। এজনী অপূৰ্ব্ব লাস্যময়ী মিৰি ছোৱালী। তেজগোৰা গাল, ডালিমফুলীয়া ওঁঠ। চকুত হৰিণীৰ চঞ্চলতা আৰু হাঁহিৰ মাধুৰ্য্যৰ উৎফুল্লতা। সেউজীয়া হালধীয়া আঁচুৰে বুটা বছা ক'লা মেখেলাখনৰ ওপৰত কলপাত ৰৰনীয়া চাদৰখনে ছোৱালীজনীৰ গাটো লতাৰ দৰে মেৰিয়াই

ধৰিছে। ওখকৈ বন্ধা খোপাত এপাহ বনৰীয়া কথনা। কাষত এটা ভাঙৰ কলহ, পানীৰে ওপচা। জবাই সুধিলে, "চেনেঙ, আমাৰ ঘৰলৈ কাইলৈ যাবি দেই।"

জোৱালীজনীয়ে হাঁহিলে পাতলকৈ। তাৰ পিছত মোৰ কথা সুধিলে।

"মোৰ বাইবেউ বুজিছ।" জবাই ক'লে।

"তেনেহলে তই মোবো বাইদেউ।" ছোৱালীজনীয়ে কলে।

"কি নাম তোমাৰ?"

"মোক 'তই' বুলিবি। 'তুমি' নকবি। মোৰ নাম চেনেঙ। তই মন কৰিলে মোক অইন নাম দিও মাতিব পাৰ।"

ছোৱালীজনীৰ সৰল চপলতাত মই বিমুগ্ধ হ'লো।

"বাৰু, তোক তেনেহলে মই চন্দ্ৰমল্লিকা বুলি মাতিম দেই। এপাহ মল্লিকা ফুলৰ দৰেই তই বন্যমধুৰ আৰু স্নিগ্ধ।" মই নিজকে কোৱাৰ দৰেই কলো।

"তোৰ কথা মই ধৰিবই পৰা নাই বাইদেউ। বাৰু তই যি ভাল পাৱ সেই নামেৰেই মাতিবি।" মিৰি ছোৱালীজনীয়ে হাঁহিলে। মোৰ লগত তাই বহুতপৰ কথা পাতিলে। এবাৰ কথা কৈ তিনিবাৰ হাঁহিলে। ইমান হাঁহি ছোৱালীজনীয়ে ক'ৰ পৰা পাইছে ভাবি মই বিস্মিত হ'লো। সিহঁতৰ ঘৰলৈ অন্য এদিন যাম বুলি কোৱাতহে ছোৱালীজনীয়ে আমাক ঘৰলৈ আহিবলৈ দিলে।

জবাহঁতৰ ঘৰখনৰ লগত চন্দ্ৰমল্লিকা নিচেই আপোন। তাত থকা দিনকেইটাত চন্দ্ৰমল্লিকাৰ লগত মোৰ প্ৰগাঢ় বন্ধুত্ব গঢ়ি উঠিল। সোৱনশিৰিত সোণালী বালি গছকি চন্দ্ৰমল্লিকাৰ লগত বহুতো দিন ফুৰিলো। অদূৰৰ সেউজীয়া চাপৰিত ফুলা অযুত ফুলৰ পাহি ছিঙি আনি বহুতো দিন নৈৰ সোঁতত উটুৱাই দিলো। চন্দ্ৰমল্লিকাক কেতিয়াবা মোৰ ডালিমী বুলি ভুল হৈছিল। কেতিয়াবা ভাবিছিলো



এইজনী এজনী ছোৱালী নে ফুলে ফুলে জাকি মাৰি ফুৰা এটা পখিলা। জবাৰে সৈতে সোৱনশিৰিৰ পাৰত বহি থাকোতে আমাৰ চকুৰ আগতে সাঁতুৰি দুই তিনিবাৰ নৈ পাৰ হৈছিল। সাপৰ নেগুৰ ছিগা সোঁতকো ভয় নকৰি পানীৰ মাজত খিলখিলাই হাঁহি থকা চন্দ্ৰমল্লিকালৈ চাই মই ভল্‌গাৰ পাৰৰ আদিম নাৰী 'নিশাৰ' স্বপ্ন দেখিছিলো। তিতা কাপোৰেৰে কোমল গাটো ঢাকি চুলিৰ পৰা টপটপকৈ বাগৰি অহা পানীবোৰ হাতেৰে মোহাৰি কলহটো লৈ নৈৰ পাৰৰ শ্যামল গছলতাৰ মাজেদি হাঁহি হাঁহি খোজলোৱা চন্দ্ৰমল্লিকা সেই মুহূৰ্ত্তত মোৰ চকুত আশ্ৰম পালিতা শকুন্তলাৰ দৰে মধুৰূপা হৈ উঠিছিল। চন্দ্ৰমল্লিকা কেৱল মিৰি গাভৰু চেনেঙেই নহয়। তাই নানা ৰূপৰ প্ৰতিবিম্ব। তাই ফুল আৰু ৰঙা চৰাই খেদিফুৰা পাহাৰী ডালিমী, ভল্‌গাৰ ফেনিল জলৰাশি কঁপাই তোলা বন্যনাৰী নিশা। তাই আশ্ৰমৰ বনজোস্নাৰ কাৰণে পানী বিছাৰি নৃত্যমধুৰ ছন্দেৰে মালিনী নৈলৈ খোজ লোৱা তাপসী শকুন্তলা। তাই আৰু বহুতো কিবাকিবি। চন্দ্ৰমল্লিকা অলোকসামান্যা, অনন্যা আৰু অপূৰ্ব্ব মাধুৰ্য্যপূৰ্ণ।

চন্দ্ৰমল্লিকাক এৰি থৈ আহিবৰ আজি কেইবা বছৰো হ'ল। ইয়াৰ মাজতে জবাহঁতো সেই ঠাইৰ পৰা গ'লগৈ। চন্দ্ৰমল্লিকাৰ সৈতে আমাৰ সংযোগৰ সূতা দাল সিমানতে ছিগিল। তাৰ পিছত কেইবা বাছৰৰো মূৰত মই এইয়া প্ৰজেক্টৰ স্কুল এটাত কাম লৈ সোৱন-শিৰিৰ পাৰৰ সোণ চাপৰিলৈ আহিছো। প্ৰথম দিনা আহিয়েই চন্দ্ৰমল্লিকাক লগ পাবলৈ মই বৰ আশা কৰিছিলো! লগ নাপালো। স্কুলত দিনৰ দিনটো ব্যস্ত থাকিব লগীয়া হোৱাত খবৰ কৰিবলৈ যাবলৈও সময় আৰু সুযোগ পোৱা নাছিলো। তাৰ পিছত এদিন চন্দ্ৰমল্লিকা নিজেই আহি মোৰ ওচৰত উপস্থিত। মোৰ সৰু ঘৰটোৰ আগফালৰ সৰু বাবান্দাখনতে বহি আছিলো দুপৰীয়া।

সেইদিনা দেওবাৰ। গতিকে স্কুল নাই। নৈৰ পৰা বলা চেঁচা বতাহে চিলিঙিৰ সেউজীয়া লতাদাল বগুৱাই নচুৱাই আছিল। ভাল লাগিছিল চাই চাই। এনেতে চন্দ্ৰমল্লিকা সোমাই আহিল পদুলিৰ নধলা দাল খুলি। মই দেখি অবাক। সেই অমৃতৰূপা, আনন্দময়ী, কেতকী ফুলৰ দৰে কেচাসোণ বৰণীয়া চন্দ্ৰমল্লিকাৰ ৰূপৰ কি বিৰাট অৱনতি। এইয়া জীৰ্ণা শীৰ্ণা, মলিন বদনা চন্দ্ৰমল্লিকা যেন এক পাষাণ মূৰ্ত্তি। মই অবাক দৃষ্টিৰে বহুত পৰ চায়েই ৰ'লো, চন্দ্ৰমল্লিকাই হাঁহি এটা মাৰিলে !

"মোক চিনি পোৱা নাই বাইদেউ ?"

কৈয়েই তাই মোৰ ওচৰত মাটিতে বহি পৰিলে।

মই কিবা কবলৈ পোৱাৰ আগতেই তাই আকৌ ক'লে, "তই কোৱা চন্দ্ৰমল্লিকা ফুলৰ দৰে কোমল মই আৰু নহয়। মই এতিয়া সোৱনশিৰিৰ পাৰত মৰি মৰি জীয়াই থকা ডাইনী চেনেঙ বুজছ।"

"তোৰ এনে অৱস্থা হবলৈ পালে কেনেকৈ চেনেঙ ?" মই সুধিলো লাহেকৈ। মোৰ কথা শুনি তাই পাগলীৰ দৰে বহুতপৰ হাঁহিলে। তাৰ পিছত মোৰ হাতদুখনত ধৰি তাই হুকহুকাই কান্দি উঠিল।

মোৰ লগত কেইবাঘণ্টাও কথা পাতি চন্দ্ৰমল্লিকা গ'লগৈ। চন্দ্ৰমল্লিকাৰ নিজৰ কথাই বেছি শুনিলো। মোৰ কথা তাই এবাৰো নুসুধিলে। আনকি জবাইঁতৰ কথাও। চন্দ্ৰমল্লিকা যোৱাৰ পিছতো মই তাইৰ কথাকে ভাবি বহি ৰ'লো। সঁচাকৈ চন্দ্ৰমল্লিকাই কোৱাৰ দৰেই তাই এতিয়া সুস্নিগ্ধা বনফুল নহয়: জীৱনৰ লগত সংগ্ৰাম কৰি কৰি তাই এতিয়া একুৰা জুই। মুহূৰ্ত্ততে সকলো পুৰি চাৰখাৰ কৰি দিব পৰা ভীষণৰূপী জুই। চন্দ্ৰমল্লিকাৰ কথা মই জবাৰ পৰা বিশেষ একো শুনা নাছিলো। বোধকৰো জবায়ো নাজানিছিল।



সাত বছৰ বয়সত চন্দ্ৰমল্লিকাৰ মাকৰ মৃত্যু হোৱাত বাপেকে আন এজনী ছোৱালী বিয়া কৰাই আনে। মাহীমাকে চন্দ্ৰমল্লিকাক অশেষ যাতনা দিছিল। তথাপিও চন্দ্ৰমল্লিকা জোস্নাস্নাতা ধৰাৰ দৰে সদায় আলোকপূৰ্ণা আছিল। মাতৃস্নেহৰ পৰা বঞ্চিতা চন্দ্ৰমল্লিকাৰ অন্তৰত যি দাবানল জ্বলিছিল তাৰ কথা কোনেও নুবুজিছিল। কিয়নো চন্দ্ৰমল্লিকা আছিল সদায় হাস্যমধুৰা, সদায় ৰাংঢালী, সদায় ৰঙিলী। জীৱনৰ বৈচিত্ৰ্যপূৰ্ণ দিনবোৰেও হয়তো চন্দ্ৰমল্লিকাক দুখ বেজাৰত আবদ্ধ হৈ থাকিবলৈ কোনো সুযোগেই দিয়া নাছিল। চন্দ্ৰমল্লিকাই সোৱনশিৰিৰ বালি গছকি পানী আনিছিল। ভমকা ফুলীয়া কাপোৰ বৈছিল। উৰালত ধান খুন্দিছিল আৰু ৰঙালী বিহুত বাউলী হৈ বিহু নাচিছিল। বিহুৰ সময়ত কপৌফুল খুজি ওচৰৰে ডেকা ফুলবৰক আমনি কৰিছিল। ফুলবৰৰ পেঁপাৰ কৰুণ সুৰে বিৰিনাবনৰ মাজৰ পৰা হিয়া ভাঙি ভাঙি চেনেঙক বিঙিয়াইছিল। সোৱনশিৰিৰ ভটিয়নী পানীৰ সোঁতত ফুলবৰ আৰু চন্দ্ৰমল্লিকাৰ হিয়া এক হৈ উটি গৈছিল। ফুলবৰ আৰু চন্দ্ৰমল্লিকা স্বপ্নবিভোৰ।

নাচি নাচি চপল পদক্ষেপেৰে পানী আনিবলৈ যোৱা চন্দ্ৰমল্লিকা এদিন সোৱনশিৰিৰ ঘাটত বৈ গ'ল। নাৱৰ টিঙত বহি থকা ফুলবৰে নামি আহি চন্দ্ৰমল্লিকালৈ কৰুণ ভাৱে চালে। "চেনেঙ, তোৰ লগত মোৰ আজিয়েই শেষ দেখা। আজিৰ পৰা তই মোক লগ নধৰিবি।"

"তই এইবোৰ কি কৈছ ফুলবৰ ? মই যে একো বুজা নাই।" চন্দ্ৰমল্লিকা অবাক হৈ পৰিল।

"তোৰ বাপেৰে মোক আজি বহুতো গালিশপনি পাৰিছে। মই হেনো বাওনা হৈ চন্দ্ৰলৈ হাত মেলিছো। তাৰ ফল মোক দিব, আৰু তোক মোলৈ বিয়া নিদিয়ে।"

"মই সকলো বুজিছো ফুলবৰ। মাহীৰ সম্বন্ধীয়া ভায়েক মিনাৰামে মোক বিয়া কৰাব। কিন্তু সিহঁতৰ কথামতেই কাম হ'ব

নেকি ? মোক বিশ্বাস কৰ ফুলবৰ। মই তোৰ বাহিৰে কালৈকো নাযাওঁ।" ফুলবৰে নামাতিলে।

"তই কথা নকৱ কেলেই ফুলবৰ? তই তাৰ মানে মোক মিনাৰামৰ হাততে এৰি দিব খুজিছ।" চন্দ্ৰমল্লিকা অধৈৰ্য্য হৈ পৰিল।

"মই ভাবিছো চেনেঙ। ভাবিছো, এই মিনাৰামকে বিয়া কৰা। মোৰ কথা পাহৰি যা। আমাৰ দুয়োৰে বিয়া হলেও দিনবোৰ সুখৰ নহ'ব, মিনাৰামৰ দৰে নিষ্ঠুৰ মানুহ এটাই কৰিব নোৱাৰা কাম নাই। সি আমাৰ ওপৰত ভীষণ প্ৰতিশোধ ল'ব।" ফুলবৰে সৰু মাতেৰে কলে। "তই যে ইমান কাপুৰুষ, মই আগতে নাজানি বৰ ভুল কৰিলো। বাৰু: তোৰ কথাই ৰওক। আজিৰ পৰা তোৰ লগত মোৰ কোনো সম্পৰ্ক নাই।" অভিমানী চন্দ্ৰমল্লিকাই ফুলবৰক এৰি থৈ বেগাই ঘৰলৈ খোজ ল'লে। ফুলবৰে চকুত পানী লৈ তাইলৈ চাই ৰ'ল।

চন্দ্ৰমল্লিকাৰ বিয়া হৈ গ'ল মিনাৰামৰ লগত। বিয়াৰ দিনাই চন্দ্ৰমল্লিকাই বুজিলে তাইৰ জীৱনলৈ সুখ আৰু শান্তি দুনাই নাহে। এটা নিষ্ঠুৰ মানুহৰ লগত জীৱনটো সাঙুৰি লৈ তিলতিলকৈ মৃত্যুৰ মুখলৈ খোজ লব লাগিব। অৱশেষত সেয়ে হ'ল। গিৰিয়েকৰ অত্যাচাৰ অবিচাৰ সকলো মূৰ পাতি লৈ চন্দ্ৰমল্লিকাই সংসাৰৰ পাতনি মেলিলে। আৰু চাৰিটা সন্তানৰ মাক হ'ল। চন্দ্ৰমল্লিকা এতিয়া এটা যন্ত্ৰ। পথাৰত বোকাপানী খচকি খচকি ভুঁই চোৱে, বাওধানৰ পথাৰৰ টঙিত উঠি চৰাই খেদায়, ঘৰলৈ আহি ধান বানে, গৰু-ছাগলীৰ যত্ন লয়, পলু পুহি এড়ি কাপোৰ বয় আৰু অলপ জগৰতে গিৰিয়েকৰ দুটা মাত শুনে।

দুখৰ হলেও সেইখন সংসাৰকে সাৰটি লৈ চন্দ্ৰমল্লিকাই জীৱনৰ বাটত খোজ দিছিল। ঈশ্বৰে কিন্তু তাকো নসহিলে। বহুত বছৰৰ মূৰত ভীষণ ভাৱে হোৱা সোৱনশিৰিৰ প্ৰলয়ঙ্কৰী বানে



চন্দ্ৰমল্লিকাহঁতৰ ঘৰবাৰী ভাঙি খেতি-পথাৰ উটুৱাই লৈ গলহি। চন্দ্ৰমল্লিকাৰ দুবছৰীয়া ছোৱালীজনী সেই অঠাইপানীত হেৰাল।

ইয়াৰ পিছতে মই চন্দ্ৰমল্লিকাক লগ পাওঁ। চন্দ্ৰমল্লিকাৰ জীৱনৰ সকলো কথা শুনি মই অভিভূত হৈ পৰিলো। সান্তনা দিবলৈ ভাষা নাছিল। মাত্ৰ কলো—"যোৱা কথা গ'ল আৰু। তোৰ বাকী লৰা ছোৱালী তিনিটাৰ কথা ভাব। ঈশ্বৰে তোক সহায় কৰিব।" মই যেন জ্বলা জুইতেহে ঘিউ ঢালি দিলো। চন্দ্ৰমল্লিকা জ্বলি উঠিল।

"ঈশ্বৰৰ কথা মোক নকবি। মই কাৰ পানীখোৱা পুখুৰীত বিহ ঢালিছিলো যে গোটেই জীৱনটো ঈশ্বৰে মোক এইদৰে শাস্তি দিব? লৰাছোৱালীৰ কথাও মই নাভাবো। মোৰ মাজু ছোৱালীজনী আজি ৰাতি মৰিব, তাইৰ বৰ টান বেমাৰ।" চন্দ্ৰমল্লিকাৰ চকু দুটা জবা ফুলৰ দৰে ৰঙা হৈ পৰিল।

চন্দ্ৰমল্লিকা মোৰ ওচৰৰ পৰা যোৱাৰ পিছতো মই তাইৰ কথাই ভাবি আছিলো। ৰাতি ভাত খাই উঠি বাহিৰৰ জোনাকত বহি আছিলো। স্কুলৰ চকীদাৰটোৱে দৌৰি দৌৰি আহি মোক বাতৰি দিলেহি চন্দ্ৰমল্লিকাৰ ছোৱালীজনী গধুলি ঢুকাল আৰু তাৰ পিচৰ পৰা চন্দ্ৰমল্লিকাক বিচাৰি পোৱা নাই। খুব সম্ভৱ তাই সোৱনশিৰিৰ বুকুত আত্মজাহ দিলে। কিয়নো সৰু লৰা এটাই হেনো তাইক সন্ধ্যা সময়ত কান্দি কান্দি নৈৰ পাৰত বহি থকা দেখিছিলে। ......মোৰ চকুৰ পৰা অজস্ৰ ধাৰাত পানী বাগৰি আহিলে। চন্দ্ৰমল্লিকাক প্ৰথম দেখাৰ দৃশ্যটো চকুৰ আগলৈ ভাঁহি আহিল। কলপতীয়া চাদৰৰ আগটো বতাহত নচুৱাই সোৱনশিৰিৰ পৰা পানী আনিবলৈ যোৱা চন্দ্ৰমল্লিকাৰ ডালিমফুলীয়া ওঁঠৰ মিঠা হাঁহিটোৱে মোক বিব্ৰত কৰি তুলিলেহি। চকু পানীবোৰ মই হাতেৰে মচি পেলালো। জোনাকৰ মাজে মাজে আকাশী পথেৰে বাট বুলা চন্দ্ৰমল্লিকাই হয়তো

এইমাত্ৰ পঙ্কিল পৃথিবীৰ মানুহ বোৰলৈ চাই বিদ্ৰুপৰ হাঁহি মাৰিছে। আকাশৰ সীমনাৰ অকলশৰীয়া তৰাটো মেঘৰ মাজলৈ সোমাই গ'ল। চপৰা চপৰা ডাৱৰ লাহে লাহে আকাশলৈ উঠি আহিছে। অলপ পিছতে কিজানি ধুমুহা আহি গোটেই পৃথিৱীখন বুৰাই দিবহি।

# অবাক পৃথিৱী

সুশান্ত জানো সুখী হ'ব? কিযে কৰি পেলালে এয়া সুশান্তই। এই একেটা কথাকে আজি বহুত দিন ধৰি মই ভাবিছো। আৰু ভবাৰ চৰম মুহূৰ্ত্তটো আজি আহি পৰিছে। আজি যে সুশান্তৰ বিয়া। আৰু কেইটামান ঘণ্টাৰ পিছতে সুশান্তই পৰীক পত্নী ৰূপে গ্ৰহন কৰিব। মোৰ মৰমৰ ভনী পৰীক সুশান্তৰ দৰে এজন মানুহে বিয়া কৰাব। মোৰ ৰং পাবৰ কথা। তথাপিও মোৰ মনটোৱে বাৰে বাৰে উচুপি উঠিছে। মনটো যে ইমান অবাধ্য। কোনো ৰকমৰ বুজনি মানিব নোখোজে। মোৰ মুখৰ পৰা দীঘল হুমুনিয়া এটা সৰি পৰিল। বাহিৰত উৰুলিৰ শব্দ। পৰীক নোওৱা হৈ গ'ল চাগে। মই চক খাই উঠিলো। বাহিৰৰ পৰা খুৰীদেৱে চিঞৰি মাতিলে, "পাপৰি, কিমান দেৰি?" মই যেন টোপনিৰ পৰা সাৰ পাই গ'লো। গোলাপী ৰঙৰ গুণাৰ বুটাবছা কাপোৰ জোৰ শৰাইখনতে থৈ মই অলপ চেণ্ট ঢালি দিলো। খুৰীদেউ সোমাই আহিল। "কইনা ৰভাতললৈ নিলে। তাতে দীপাই মূৰটো ফনীয়াই দিছে। তই ভিতৰলৈ লৈ আনি সজাই দিবি। দৰা আহিবলৈ আৰু বেছি সময় নাই।" খুৰীদেউ ততাতৈয়াকৈ ওলাই গ'ল। মোৰ অকমানি ভাগিন বনি এথোপা ৰজনীগন্ধা লৈ সোমাই আহিল। "মাহী কইনাৰ কাৰণে এয়া ফুল লোৱা।" শৰাইখনৰ ওপৰতে ফুলবোৰ থৈ মই বাহিৰলৈ ওলাই আহিলো।

বাহিৰত ভীষণ হুলস্থূল। বাৰান্দাত এজাক কলেজীয়া ছোৱালী। পলিৰ বন্ধু। মোক দেখি আটাইবোৰে কথা বন্ধ কৰি মিচিকিয়াই হাঁহিলে। "পাপৰি বাইদেউ, তুমি ইমান চিম্প্‌ল ড্ৰেচত আছা কিয়? পৰীৰ বিয়া, কিমান স্ফূৰ্ত্তি কৰিব লাগে।" সীতাই ক'লে। "চিম্প্‌ল ড্ৰেচত স্ফূৰ্ত্তি নহয় নেকি সীতা?" মই অকণমান হাঁহিবৰ চেষ্টা কৰিলো। "ডাক্তৰ মানুহে ৰংচঙীয়া

কাপোৰ পিন্ধা ক'ত দেখিলি সীতা ? তই বৰ আঁকৰী ।" নন্দনাই কলে। ইতিমধ্যে পলি ভিতৰৰ পৰা ওলাই আহিছিল। গাৰ আকাশী ৰঙৰ সাৰীখনৰ আগটো টানি লৈ পলিয়ে মোক কলে, "পাপৰি বাইদেউ, মই পৰীক ভিতৰলৈ লৈ আহিম। তুমি চাহ একাপ খাই আঁহাগৈ যোৱা। ৰবমাই তোমাক বিচাৰি ফুৰিছে ।" মই গুছি গ'লো। মোৰ হাতত গৰম চাহ একাপ তুলি দি মায়ে মোৰ মুখলৈ চালে। "তোৰ গা বেয়া লাগিছে নেকি পাপৰি, মুখখন বৰ শুকান দেখিছো।" "নাই মা, ঠিক আছো। একো হোৱা নাই।" মই কলো।

"বেচেৰীয়ে বাহিৰৰ পৰা ভিতৰলৈকে কম খন জানো কৰিছে। মই এই কেইদিন তাকেহে মন কৰি আছো। তোৰতো এইজনী ছোৱালী নহয়, এটুকুৰা হীৰা।" আইতাই মাটিৰ চৰুটোত কলহৰ পৰা দৈ বাকি থকাৰ পৰা মাত দিলে। মাৰ মুখখন উজ্জলি উঠিল জীয়েকৰ প্ৰশংসা শুনি। মই একো নামাতি চাহৰ কাপত মুখ দিলো। সৰু মামা চিঞৰি চিঞৰি পাগঘৰলৈ সোমাই আহিল। "পাপৰি অসহ্য মূৰৰ বিষ বুজিছ। কিবা এটা দে। ন'হলে মই আৰু শুইহে থাকিমগৈ।" সৰুমামাৰ কথাকোৱাৰ ধৰণটো দেখি আটায়ে হাঁহিলে। "মোৰ এটেচি কেচটোৰ পকেটতে টেবলেট আছে। এটা খাই দিয়াগৈ যোৱা। চাবা আকৌ, ভুল কৰি অন্য এটা নিগিলিবা।" মামা গ'লগৈ। চাহ কাপ শেষ হ'ল। মইও মোৰ কোঠালৈ আহিলো। মোৰ বিছনাত পৰী বহি আছিল। কাষত কেইবাজনীও ছোৱালী। পলিয়ে পৰীৰ খোপাটো বান্ধি ফুলবোৰ গুজি দি মোলৈ চাই সুধিলে, "পাপৰি বাইদেউ হৈছেনে বাৰু ? বাকীবোৰ তুমি কৰা।" "তয়েই কৰি দে পলি। মেকআপ তইহে ভালকৈ কৰিব পাৰিবি।" পলিয়ে হাঁহিলে। গোটেই কিজনী ছোৱালীয়ে লগ লাগি পৰীক সজোৱাত ব্যস্ত হৈ পৰিল।



পৰীৰ অসন্তুৰ ধুনীয়া মুখখন দেখি সুশান্তৰ কথা মোৰ আকৌ এবাৰ মনত পৰিল।

বিয়া ভগাৰ পিছত পৰীক একেবাৰেই লৈ যাবগৈ। বাট দূৰণি কাৰণে ঘৰ গছকাই আকৌ লৈ নাহে। মায়ে মোক পৰীৰ ভাল কাপোৰ কেইসাজমান ডাঙৰ চুটকেচ্টোত ভৰাই ঠিক কৰি দিবলৈ কৈছিল। বাকীবিলাক বাকচ কাইলৈ ফাৰ্নিচাৰৰ লগত পঠাব। কথাটো মই পাহৰি আছিলো। কাষৰ ৰূমটোত সোমাই দুৱাৰখন জপাই মই এইবাৰ কামত লাগিলো। বাহিৰত জাত জাত বিয়া নাম। ৰভাতলত মাইকী মানুহ বিলাকে গাইছে আৰু বাৰান্দাত বনিহঁতৰ দলটোৱে—"মিলিটেৰী ট্ৰেক্টৰ, সঁচাকৈয়ে কোৱা পৰী, সুশান্ত জানো ডাক্তৰ ?"...সুশান্তৰ কথা নাভাবো বুলিও আকৌ ভাবিলো। মোৰ বন্ধু সুশান্ত অতিপাত দুষ্ট আছিল। হলেও সুশান্তৰ দুষ্টামিবোৰ মোৰ সদায় ভাল লাগিছিল। কটনত পঢ়াৰে পৰা আৰম্ভ কৰি ডাক্তৰী জীৱন আৰম্ভ কৰালৈকে সুশান্ত আৰু মোৰ মাজত প্ৰগাঢ় বন্ধুত্ব আছিল। সুশান্তৰ অদ্ভুত চৰিত্ৰটো বুজাত মই বৰ কষ্ট কৰিব লগীয়াত পৰিছিলো। এদিন ক্লাছ শেষ হোৱাৰ পিছত কলেজ কেন্টিনত বহি চাহ খাই থাকোতে সুশান্তই মোক কৈছিল, "পাপৰি মই মানুহটো বৰ কিবা নহয় ? কাৰো লগত মোৰ মনৰ মিল নহয়।" "মানে ?" মই চাহৰ কাপটো মুখৰ ওচৰলৈ নি সুধিছিলো। "আনবোৰে যিটো ভাল দেখে, মই নেদেখো। আনে কেতিয়াও নকৰা কাম এটা কৰি চেঞ্চেচন ক্ৰিয়েট কৰি মই ভাল পাওঁ।" সুশান্তৰ কথাৰ উত্তৰত কবলৈ মই একো বিচাৰি নাপালো।

"তাহানিখন কটনত পঢ়োতে যে এজনী মিচ্ কটন আছিল, কিবা বিভাতী ফুকন নামৰ, তাইকতো মই কোনোদিনেই ভাল নেদেখিলো। লৰাবোৰে আকৌ তাইৰ পিছত বলীয়া। তাইক মই বহুত ধৰনেৰে চালো। দুয়োটা চকু মেলি, কেতিয়াবা এটা জপাই, কেতিয়াবা চান-

গ্লাছ পিন্ধি আৰু কেতিয়াবা হোষ্টেলৰ কমৰ পৰা বাইনোকুলাৰ লৈ কত ধৰনেৰই যে তাইক নাচালো। ভাল হ'লে নেদেখিলো। সেই জনীনো ছোৱালীনে ? জেওৰা খৰি এদালৰ দৰে ঠৰঙা, শুকান।"

সুশন্তৰ কথা বোৰ শুনি মই নহঁহাকৈ থাকিব নোৱাৰিলো। মোৰ লগত থকা নলিনী আৰু অঞ্জনায়ো হাঁহিলে পাৰেমানে।

"ক'লা হ'লে কি হ'ব ? তুমিয়েই বেছি মৰমলগা।"

মই বঙা পৰি গ'লো সুশান্তৰ কথাত। সুশান্তটো কিযে অসভ্য হৈছে। ভালকৈ কথা শুনাই দিলো। সুশান্তই হাঁহি নলিনীক ক'লে, "পাপৰিয়ে বৰ সোনকালে নাৰ্ভাচ কৰে। সেই কাৰণেই জোকাই ভাল লাগে।" নলিনীহঁতে হাঁহিলে।······

কোনোবাই বাহিৰৰ পৰা মাতিলে। মই দুৱাৰখন খুলি দিলো। "পাপৰি বাইদেউ, চোৱাহি কেনে হৈছে।" পালিয়ে ক'লে। গুলপীয়া কাপোৰজোৰ আৰু অলঙ্কাৰ বিলাকে পৰীজনীক তুলি ধৰিছিল। গোঁসানীৰ দৰে ধুনীয়া লাগিছে পৰীক। মই পলক বিহীন দৃষ্টিৰে চালো। মোৰ চকুৰে চকুৰে পৰাত পৰীয়ে ক্ষীণ হাঁহি এটা মাৰিলে। লগে লগে চকু দুটা চলচলিয়া হৈ পৰিল। মোৰো চকু দুটা সেমেকি উঠিল। গুছি আহিলো নিজৰ কামলৈ।······এইজোৰ বঙা কেছ বছা পাটৰ বিহামেখেলা চাদৰ তাই কাইলৈ গা ধুই উঠি পিন্ধিব। লগত চম্পা যাব যেতিয়া তাইকে বুজাই দিব লাগিব। কাপোৰজোৰৰ লগত তেজৰঙা কাশ্মিৰীপাটৰ ব্লাউজটো জাপি বিবন এদালেৰে গাঁঠি দি বিছনাতে থলো।

আজি দুদিনমানৰ পৰা কলেজীয়া দিনবোৰৰ কথা মনলৈ বৰকৈ আহিছে। আমাৰ এনাটমিৰ ক্লাছ লৈছিল বাহিৰৰ লেকচাৰাৰ এজনে। সুশান্তই প্ৰায়ে কৈছিল, এইটো ক্লাছ কৰি হেনো তেওঁৰ ভাল নালাগে—পাৰ্চেণ্টেজৰ কাৰণেহে আহে। সেইদিনা সুশান্তৰ বন্ধু এজন ক্লাছলৈ অহা নাছিল। সুশান্তই পিছফালৰ বহুত লৰাৰ



মাজৰ পৰা মাত লগালে, "ৰুল নাম্বাৰ বাৰ এব্‌চেণ্ট যদিও পাৰ্চেণ্টেজ দিব লাগে চাৰ।"

লেক্‌চাৰাৰে চশমাৰ মাজেদি অলপ খঙেৰে চাই সুধিলে, "কি কাৰণে ?" "ৰুল নাম্বাৰ বাৰ চাৰ কেম্পাচৰ ভিতৰতে আছে। টাউনলৈ যোৱা নাই।" গোটেই ক্লাছটোৱে হাঁহিলে। লেক্‌চাৰাৰেও। "ঠিক আছে, মই চাম বাৰু।" এইজন লেক্‌চাৰাৰে ক্লাছ শেষ হ'বৰ সময়ত প্ৰায়েই গল্প কৈছিল। কেতিয়াবা আমাৰ বৰ বিৰক্তি লাগিছিল। সময়বোৰ কেনেকৈ পাৰ হয় তাকেহে আমি ভাবি আছিলো। সেইদিনাও তেখেতে আৰম্ভ কৰিলে "ডু ইউ ওৱাণ্ট টু···।"

বাক্যটো শেষ হোৱাৰ আগতেই কোনোবাই পিছফালৰ পৰা চিঞৰি উঠিল, "আই এম এফ্‌ৰেইড আই ডোণ্ট ওৱাণ্ট চাৰ। ফিলিং টু টায়াৰড্‌।" চবেই হাঁহিলে। আমি বুজিলো এইটো সুশান্তৰে মাত। খঙেৰে এবাৰ চাই লেক্‌চাৰাৰ গললৈ। নলিনীয়ে সুশান্তৰ ওচৰলৈ আহি সকৰ্কৈ ক'লে, "শইকীয়া, আপোনাৰ নাম সুশান্ত ৰখা আৰু কণা লৰাৰ নাম পদ্মলোচন ৰখা একে ধৰণৰ কথা নহ'ল জানো ?"

"বুজা নাই দেই।" সুশান্তই কৃত্ৰিম গম্ভীৰ হৈ ক'লে। মই আগবাঢ়ি গ'লো।

"শুনা মই বুজাই দিওঁ। তুমি সুশান্ততো নোহোৱাই, কুশান্তও নোহোৱা। বৰং তুমি ভয়ানক অশান্ত। হ'লতো ?"

"থেংক ইউ ফৰ ইৱৰ কাইণ্ডনেচ।" ধুনীয়াকৈ হাঁহি এটা মাৰি সুশান্ত গ'লগৈ। নলিনীয়ে মোলৈ চাই ক'লে, "পাপৰি, তোমাৰ বন্ধু বৰ অদ্ভুত।"

ছাত্ৰ জীৱন শেষ হোৱাৰ পিছতো সুশান্তৰ দুষ্টামিবোৰ শেষ হোৱা নাছিল। আমি একেলগে 'গাইনি' বিভাগত হাউচ চাৰ্জ্জন হৈ আছিলো। অপাৰেচন থিয়েটাৰ নাইবা লেবাৰ ৰুমত সুশান্তই

সদায় অদ্ভুত কথাবোৰ কৈ আমাক হঁহুৱাইছিল। অলপ আগতে হৈ যোৱা অপাৰেচন এটাত প্ৰফেচাৰক আমি সহায় কৰি দিছিলো। মই কাষৰ ৰুম টোলৈ আহি বেচিনত হাত ধুই মুখৰ পৰা মাস্কটো খুলিছিলো। সুশান্ত ওচৰলৈ আহিল। "কথা এটা কওঁ শুনিবা ?"

"নিশ্চয়।" মই মুৰ দাঙি চালো। ডাক্তৰ ভূঞাই অকণমান হাঁহিলে সুশান্তলৈ চাই। "এই যে অপাৰেচন হৈ গ'ল ছোৱালীজনী। বৰ ধুনীয়া নহয় ? তেনে এজনী ছোৱালী পালে মই আজিয়েই বিয়া কৰাম। দিবা বিচাৰি ?" সুশান্তৰ কথাত মই ডাঙৰকৈ হাঁহি দিলো। লগতে ডাক্তৰ ভূঞায়ো।

"হাঁহিবলৈ কি হ'ল ?" সুশান্তই কলে গম্ভীৰ হৈ। কাষৰ ৰুমটোৰ পৰা প্ৰফেচাৰে মাত লগালে "মিচ বৰুৱা।..."

মই জিভাখন দীঘলকৈ মে'লি দিলো। "এক্সকিউজ মি চাৰ।" —মই লৰালৰিকৈ ওলাই গ'লো। দুৱাৰখনৰ ওচৰৰ পৰা ঘুৰি চাওঁতে দেখিলো বেচিনত হাত ধুই ধুই সুশান্তই মোক শিয়াৰি দিছে সৰুকৈ, "এক্সকিউজ মি চাৰ।" ডাক্তৰ ভূঞা হাঁহি হাঁহি আঁতৰি গ'লগৈ।

আজি কেইটামান বছৰৰ পিছত সুশান্ত এতিয়া ৰেজিষ্ট্ৰাৰ আৰু মই এয়া ডাক্তৰ মুখাৰ্জীৰ ক্লিনিকত কাম কৰি আছো। সুশান্ত এইবাৰ গহীন হ'ল। সময় বাঢ়িছে। লগে লগে বয়সো বাঢ়িছে। সুশান্তক মই আজি ছমাহৰ আগতে লগ পাইছিলো। মোৰ অনুৰোধত বন্ধু হিচাপে আমাৰ ঘৰলৈ আহিছিল। আৰু আজি আহিব দৰাৰ সাজত—মোৰ ভনীজোঁৱাই হৈ। কথাটো ভাবি ভাল লাগিল। লগে লগে মনটো আকৌ এবাৰ সেমেকি উঠিল। কাপোৰখিনি ভৰোৱা মোৰ প্ৰায় হৈছিল। চুটকেচটো বন্ধ কৰি চাবিটো মাৰোতেই বনি আহিল দৌৰি। "মাহী দৰা আইল জানা। বাহিৰত ইমান গণ্ডগোল হৈছে, তুমি গম পোৱা নাই ?" মই হাঁহিলো। বনিৰ চুটি চুলি বোৰৰ পৰা সুলকি যোৱা ৰিবনদাল মাৰি দিলো। তাই



দৌৰ দিলে। বাহিৰৰ চিঞৰ বাখৰবোৰ মোৰ কাণত পৰিলহি। পখি আহিল। "পাপৰি বাইদেউ, তোমাৰ বন্ধু আহিল। আদৰিবলৈ নোযোৱা ? মোৰ খোপাটো খুলি গৈছে। ইয়াতে ঠিক কৰি লওঁ।" নিজকে কোৱাৰ দৰে কৈ পখি আইনাখনৰ ওচৰত বহিলগৈ। খোপাটো বান্ধি মুখত সৰহকৈ পাওদাৰ ঘঁহি কপালত দীঘল ফোট এটা ললে। তাৰ পিচত লিপষ্টিক দালেৰে ওঁঠ দুটা তেজৰঙা কৰি বোলাই পেলালে। পখিৰ গাৰ পৰা অযত্নত বাগৰি অহা আকাশী ৰঙৰ পাতল সাৰী খনৰ আঁচলটোলৈ চাই চাই মই ভাবিলো, এইজনী ছোৱালীক বিয়া কৰোৱা হলেই সুশান্ত সুখী হ'লহেঁতেন। পখিয়ে নাজানে কি ? গান গাব জানে, টেনিচ খেলিব জানে, গীটাৰ বজাব জানে, ইংৰাজী কবিতা আবৃত্তি কৰিব জানে, ডিনাৰ দিব জানে, আৰু আৱশ্যক হ'লে ক্লাবত গৈ নাচিবও জানে। নিজৰ কপাল নিজেই ফুটালে সুশান্তই। আজি যেতিয়া ৰভাতলত চাহৰ ট্ৰেখন লৈ ব্যস্ত হৈ ঘুৰি ফুৰা পখিক সুশান্তৰ বায়েক, ভিনিহীয়েকে দেখিব, মনত নিশ্চয় যথেষ্ট আঘাত পাব। ককায়েকেতো বিয়াত উপস্থিত থাকিব নোৱাৰে বুলি জনায়েই দিলে। ইমানকৈ কৈয়ো যেতিয়া পখিক বিয়া কৰাবলৈ সুশান্তক মান্তি কৰিব নোৱাৰিলে, ককায়েকৰ কি জগৰ ? যি হয় হৈ থাকিব। নিজৰ জীৱন নিজেই মাটি কৰিব। সুশান্তৰ ককায়েক গৰজি উঠিছিল খঙত। মোক কৈছিল, "সুশান্ততো তোমাৰ খুব বন্ধু। তুমি বাধা দিব নোৱাৰা ?"

"মই বহুত চেষ্টা কৰিলো। এতিয়াও কৰিছোঁ। সুশান্ত বৰ অবুজ।"

"ডাঙৰ বোজা এটা খহিব যেতিয়া তোমাৰ দুখ পাবলৈ নাই। আমাৰহে দিনবোৰ ৰাতি হ'ল।" সুশান্তৰ ককায়েকে খঙত প্ৰায় চিঞৰি উঠিছিল। আৰু তেওঁ যোৱাৰ পিছত মই বিছনাত পৰি গোটেই নিশা কান্দিছিলো। অপমানত, দুখত আৰু লাজত মোৰ

মৰি যাবৰ মন গৈছিল। পৰীয়ে মোৰ চকুপানীবোৰ মচি দিছিল চাদৰৰ আগেৰে। মা আৰু দেউতা শুকান মুখ দুখন লৈ বহি আছিল মোৰ কাষত। পিছদিনাই মই সুশান্তলৈ চিঠি দিলো—এই বিয়া হ'ব নোৱাৰে। সুশান্তই উত্তৰত জনালে, বিয়া তেওঁহে কৰাব। ককায়েকে নহয়। গতিকে চিঞৰ বাখৰ কৰি ককায়েকৰ একো লাভ নাই। বিয়াখন হ'ব।

খুৰীদেউ আৰু দদাইদেউৰ বৰ মন আছিল সুশান্তক জোঁৱাই কৰাৰ। একেজনী মাথো জীয়েকক সুশান্তৰ দৰে সুদৰ্শন, সুশিক্ষিত ডাক্তৰ এজনলৈ দি খুৰীদেৱে নিশ্চিন্ত হবলৈ বিচাৰিছিল। মোক কথাটো কোৱাতময়ো ৰং পালো। পখিক যদি সুশান্তই বিয়া কৰায়, মই সুখী হ'ম। পখিক মই মৰম কৰো। পৰীৰ সম্পূৰ্ণ বিপৰীত চঞ্চলা, হাস্যমধুৰা পখিজনীক মোৰ ভাল লাগে। মই জানিলো, অনুভৱ কৰিলো, সুশান্ত সুখী হ'ম। আৰু মই যে মোৰ বন্ধু ডাক্তৰ সুশান্ত শইকীয়া সুখী হোৱাটোৱেই সদায় মনে প্ৰাণে বিচাৰো। আপত্তি কৰাৰ বাট ক'ত? মই সুশান্তলৈ কথাটো লিখিলো আৰু আমাৰ ঘৰলৈ দুদিনৰ বাবে আহি যাবলৈও অনুৰোধ জনালো। পখিক সুশান্তই নিজ চকুৰে চাই পছন্দ কৰি যোৱাটোকেই খুৰীদেউ আৰু দদাইদেৱে বিচাৰিছিল। অৱশেষত সুশান্ত আহিল। আমাৰ ঘৰৰ প্ৰত্যেকেই হাঁহি মুখে অভ্যৰ্থনা জনালে৷ গাৰ মেটেকাবুলীয়া ডেক্ৰনৰ সাৰীখনৰ আগটো মাটিত চোঁচোৰাই পখিও ওলাই আহিল। সুশান্তক নমস্কাৰ এটা দি মোলৈ চাই হাঁহি হাঁহি পখিয়ে ক'লে, "পাপৰি বাইদেউ মই ক্লাবৰ পৰা আহোগৈ দেই। আমাৰ ড্ৰামাখনৰ আজি ষ্টেজ ৰিহাৰ্চেল আছে। তোমাৰ বন্ধুক আহি লগ পামহি।" পখি গুছি গ'লগৈ। সুশান্তই মোৰ ফালে চাই অকণমান হঁহাৰ দৰে কৰিলে। প্ৰথম দৰ্শনত পখিক সুশান্তৰ কেনে লাগিল, মই ঠিক ধৰিব নোৱাৰিলো। তাই বৰ সৰু ছোৱালীৰ দৰে হৈ আছে।



একো নাভাবিবা দেই।" দদাইদেৱে কলে। মই ৰঙা পৰি গ'লো। আজিৰ কাৰণে অন্ততঃ পখি ঘৰত থাকিব পাৰিলেহেঁতেন। খুৰীদেউহঁতে পখিক বৰ বেছি লাই দিছে। মই সুশান্তৰ লগত আন কথা উলিয়ালো। অলপ পৰৰ পিছতে হাতত চাহৰ ট্ৰেখন লৈ পৰী আহিল। পৰীয়ে সুশান্তলৈ চাই মৃদু হাঁহি এটা মাৰিলে। খোৱাবস্তুৰ প্লেট দুখন নমাই লৈ পৰীয়ে টি-পটৰ পৰা দুকাপ চাহ ঢালি দিলে। আৰু তাৰ পিছত গ'লগৈ। মই মন কৰিলো সুশান্তই কথা কোৱা নাছিল। একেথৰে পৰীৰ সুগোল বগা হাত খনৰ লাহী আঙুলি কেইটালৈ চাই আছিল। সুশান্তৰ হাতত মই চাহ একাপ তুলি দিলো। পৰী সোমাই যোৱা দুৱাৰখনৰ ফালে চাই সুধিলে,

"তেওঁ কোন?"

"মোৰ ভনী পৰী।"

"ইমান দিনে মই নাজানিছিলো কেলেই?"

"জানিবৰ কোনো প্ৰয়োজন নাছিল।" খুব লাহেকৈ কলো।

সুশান্তই তীব্ৰ দৃষ্টিৰে মোলৈ চালে। তাৰ পিছত চাহৰ কাপত মুখ দিলে।

সুশান্ত এৰাতি থাকিল। পখিয়ে ৰাতি ড্ৰয়িংৰুমৰ নীলা স্বেদৰ লাইটৰ তলত গীটাৰ বজাই শুনালে। মই কাষতে বহিলো। সুশান্তই সুধিলে, "গান গোৱা তুমি?" পখিয়ে হাঁহিলে। "গাওঁ কেতিয়াবা। গান মই ভাল পাওঁ। বিশেষকৈ ৱেষ্টাৰ্ণ মিউজিকৰ প্ৰতি মোৰ বিশেষ এটা দুৰ্ব্বলতা আছে।"

"ভাৰতীয় সঙ্গীত ভাল নোপোৱা?" সুশান্তই আকৌ সুধিলে।

"লাইট মিউজিক সিমান বেয়া নালাগে। ক্লাচিকেলবোৰ একেবাৰে অসহ্য। সেইবোৰ শুনিলে মোৰ মূৰ কামোৰে।"

সুশান্তই একোকে নক'লে। পখিৰ কথাবোৰ মোৰ ভাল নালাগিল। মই বুজিলো সুশান্ত অসন্তুষ্ট হৈছে। আগতে হোৱা হলে সুশান্তই ভালকৈ কথা শুনাই দিলেহেঁতেন। আজিকালি সুশান্ত গহীন আৰু ধীৰ। গতিকেই হয়তো একো নক'লে। মই অসন্তৰ অপ্ৰস্তুত হলো। সুশান্ত আৰু পখিক কথা পাতিবলৈ কৈ মই ভাতৰ খবৰ কৰিবলৈ বুলি ভিতৰলৈ গুছি গলো।

পিছদিনা ৰাতিপুৱা সুশান্ত গলগৈ। সোনকালে কিবা এটা খবৰ দিবলৈ সুশান্তক মই অনুৰোধ জনালো। খুৰীদেউ আৰু দদাইদেউৰ সুশান্তক জোঁৱাই হিচাপে পোৱাৰ অশেষ আগ্ৰহৰ কথাও ক'লো। লগতে আকৌ এবাৰ সোঁৱৰাই দিলো পখি ভাল ছোৱালী। মাক দেউতাকৰ বৰ আদৰুৱা কাৰণে অলপ সৰু ছোৱালীৰ দৰে হৈ আছে। বিয়াৰ পিছত ঠিক হৈ যাব। সুশান্তই উত্তৰ নিদিলে। গ'লগৈ। কেইদিন মানৰ পিছত সুশান্তৰ চিঠি আহিল। সুশান্তই লিখিছে তেওঁ পৰীকে বিয়া কৰাব। পখিক নহয়। তেওঁৰ এই সিদ্ধান্তক গোটেই জগতে বলিয়ালি বুলি হাঁহিলেও হাঁহক। সুশান্ত কিন্তু দৃঢ়প্ৰতিজ্ঞ। পখিক বিয়া কৰোৱা মানে জীৱনটো এটা নাইট ক্লাবত পৰিণত কৰা। তেনে সুখ সুশান্তক নালাগে। লাগে মাথো শান্তি, নিবিড় শান্তি। সেই শান্তি পৰী নামৰ ছোৱালীজনীয়েহে তেওঁক দিব পাৰিব। আন কোনেও নোৱাৰে। দেউতালৈও সুশান্তই বেলেগে এখন চিঠি দিলে। চিঠি পঢ়ি দেউতাৰ মুখখন শেতা হৈ গ'ল। মই একো নক'লো। আমাৰ কাষতে বহি দেউতাৰ ফটা কামিজ এটা ৰিপু কৰি থকা পৰীক সাৱটি ধৰি দেউতাই কান্দি পেলালে। মোৰ চকুৰ পৰাও এটোপাল পানী বাগৰি আহি পৰীৰ মূৰত পৰিলহি। দেউতালৈ দিয়া চিঠিখন দদাইদেউ আৰু খুৰীদেউক দেখুৱালো। মনত যথেষ্ট দুখ পালে যদিও দদাইদেৱে মুখলৈ হাঁহি এটা জোৰ



কৰি আনি কলে, ভালেই হ'ল। পৰীজনীক এঠাইত গটাব পাৰিলে ককাইদেউৰ ডাঙৰ লেঠা এটা মৰে। পখিলৈতো দৰা ওলায়ে থাকিব।' গতিকেই পৰীৰ বিয়া ঠিক হৈ গল।

পখি ৰুমটোৰ পৰা কেতিয়া ওলাই গল মই গম নাপালো। পৰীৰ চুটকেচটো বিছনাৰ ওপৰতে থৈ মই আইনাখনৰ ওচৰলৈ আহিলো। মোৰ শুকান মুখখন আইনাত প্ৰতিবিম্বিত হৈ উঠিল। এই কেইদিনতে মই বহুতো ক্ষীণাই গলো। দৈহিক পৰিশ্ৰমৰ লগতে অশেষ মানসিক অশান্তি। পৰী যাবগৈ। আমাৰ ঘৰখন এৰি থৈ চিৰদিনৰ বাবে তাই যাবগৈ। কথাটো মই যেন ভাবিবই নোৱাৰো। আৰু সুশান্ত? সুশান্তৰ কি হ'ব? সুশান্তৰ জীৱনটোৱে কোন বাটে ঢাল লৈছে মই ঠিক বুজিব পৰা নাই। সুশান্তৰ জীৱনৰ বাটত পৰীৰ মৰমে শান্তিৰ সুৰভি সিচিব নে অশান্তিৰ বীজ ৰোপণ কৰিব মই ধৰিব পৰা নাই। কাৰ ভাগ্য কোনে ক'ব? চিন্তা কৰিলে লাভ নাই। তথাপিও কিয় জানো মই নিজকে অকণো বুজাব পৰা নাই। ব্ৰাছটোত থকা মহৰ শিঙৰ ফনীখন তুলি লৈ মই চুলিবোৰৰ ওপৰেদি বুলাই দিলো। খোপাটো আৰু অলপ টান কৰি ললো। চাদৰ খন সলাম নেকি? মায়ে মোৰ কাৰণে পাটৰ মেখেলা চাদৰ এজোৰ আল্‌নাতে থৈ গৈছে। আৰু লগতে পিন্ধিবলৈ শপত দি গৈছে। পিন্ধিবলৈ মোৰ মন নগল। পিন্ধি থকা বগা চিল্কৰ মেখেলা চাদৰ জোৰেই মোৰ ভাল লাগে। মুখত পাওদাৰ পাফ্‌টো এবাৰ বুলাই মই দুৱাৰখন জপাই ওলাই আহিলো।

সুৱাগুৰি তোলা, দৰা আদৰা আদি সকলোবোৰ অনুষ্ঠান হৈ যোৱাৰ পিছত সুশান্ত হোমৰ গুৰিত বহিলহি। মই এবাৰ আহি অকণমান দূৰৰ পৰা চাই গলো। পাটৰ পাঞ্জাবী, ধুতি আৰু মূৰত তুলসীৰ মালাদালেৰে সুশান্তক অপ্ৰতিম লাগিছে। মই চালো। লগে লগে সুশান্তৰ কাষত বহি থকা ডাক্তৰ ভূঞাই হাঁহি এটা মাৰি

মোক সম্ভাষণ জনালে। ময়ো হাঁহিলো মৃদুকৈ। তাৰ পিছত পৰীক হোমৰ গুৰিলৈ নিলে। দীঘল ওৰণিৰে ঢাকি যোৱা কইনাৰ মুখখন এবাৰ দেখাৰ আশাৰে ৰভাতলৰ মানুহবোৰে অপলক দৃষ্টিৰে চাই আছিল। দেউতাৰ করুণ মুখখন দেখি ৰভাতলৈ যোৱাৰ আগ্রহ মোৰ নহল। বাৰান্দাৰ বহল বেতৰ চোফা খনতে মই বহি পৰিলো। ঘৰৰ সকলো মানুহ হোমৰ গুৰিত। দৰা কইনাক বেঢ়ি আছে। মই চালো। সৌৱা পৰী সুশান্তৰ মিলনৰ সাক্ষী হোমৰ জুই কুৰা দপদপাই জ্বলিছে। পুৰোহিতে গৰু ঘিউ দি থকাৰ লগে লগে জুইৰ ৰঙা শিখাবোৰো দীঘল দীঘল হৈ ওপৰলৈ উঠি গৈছে। মোৰ ভাইটি নয়ন আখৈ দিবৰ কাৰণে পৰী আৰু খুৰীদেউৰ কাষত থিয় হৈ আছে। মই নিশ্চুপ হৈ বহি থাকিলো। হঠাতে কাৰোবাৰ হাত এখন গাত লগাত মই চেতনা পালো। মোৰ কাষত বৈ আছেহি পখি। গাত এইবাৰ নতুন সাজ। সাৰী মলাই মুগাৰ ৰিহা মেখেলা পিন্ধিছে। বেনীত বগা ফুল এসোপা।

"কি হ'ল পখি ? গুছি আহিলি যে ?"

"বৰ বৰিং লাগে। আমাৰ বিয়াৰ এই পুৰণি নিয়মবোৰ উঠাবৰ হ'ল, নহয় ? অনুষ্ঠানবোৰ ইমান দীঘলীয়া কৰিলে বাৰু কেনেকৈ হয় ?" মই কিবা এটা ক'ম বুলি ভাবিও নক'লো।

"পাপৰি বাইদেউ, তুমি আজি মনটো মাৰি আছা কিয় ? মূৰ কামুৰিছে ? গৰম চাহ একাপ খাবা ? মই আনোগৈ ?"

মই নালাগে বুলি মূৰ জোকাৰিলো। কোনোবাই মতাত পখি গুছি গ'লগৈ।

আচলতে মূৰটো মোৰ কামুৰিছিল। হাত ভৰিবোৰো বিষাই ছিল। গোটেই দিনটো এক মিনিট জিৰণি নোহোৱাকৈ ঘুৰিব লগা হোৱাত দেহটো ভাগৰি পৰিছিল। ব্যস্ততাৰ মাজত সেইবোৰ তথাপি পাহৰি থকাৰ ভাও ধৰিছিলো। এতিয়া কিন্তু আৰু নোৱাৰিলো।



কিবা এটা অবুজ বেদনা আৰু তাৰ অৱসাদে মোক হেচা মাৰি ধৰিলেহি। হাতৰ ঘড়ীটোলৈ চালো, তিনি বাজি গল। ৰাতি পুৱা-বলৈ আৰু বেছি সময় নাই। অকণমান পিছতে আকাশ খন পোহৰ হ'ব। চৰাইবোৰে চিঁ-চিয়াব, শেষ নিশা ফুলা দুই এপাহ বনৰীয়া ফুলৰ সৌৰভেৰে গধুৰ চেঁচা বতাহ জাকে পদুলিমুখৰ আমদালিবোৰ লৰাই যাবহি। আৰু দোক-মোকালিৰ বগা পোহৰে উজ্বলাই তোলা পূবমুৰা বাটটোৰেদি সুশান্ত যাবগৈ। পৰীও যাবগৈ। আমাৰ ঘৰখন খালি হৈ যাব। লগতে আমাৰ মনবোৰো। মই ভিতৰলৈ গুছি আহিলো। মোৰ বিছনাতে মা পৰি আছিল। টেবুলফেন খন লাহে লাহে ঘুৰি আছিল। সম্বন্ধীয়া পেহী এগৰাকীয়ে ক'লে, মাৰ হেনো মূৰ ঘুৰাইছিল। মোক দেখি মা উঠি বহিল। "মই ভাল পালো পাপৰি। এতিয়া যাব পাৰিম। দৰা-কইনা ভিতৰলৈ আহিবৰ হ'ল কিজানি।" "তুমি শুই থাকা মা। মই সকলো ঠিক কৰিম।" মই গুছি গলো। ভিতৰৰ মৰলত দৰা কইনাই আঙঠি লুকুৱাৰ কাৰণে এখৰাহী চাউল আৰু সৰু বান বাটিত পায়স লৈ কেইবা গৰাকীও মানুহ বহি আছিল। দৰা কইনা আহিল। সুশান্তৰ বায়েকক মই দেখিলো। চকু দুটা তেওঁৰ সেমেকা। মই তলমূৰ কৰি কাষেদি আঁতৰি আহিব খুজিলো।

"কইনাৰ বায়েকচোন এবাৰো নোলাল বাহিৰলৈ। চাবৰ মন আছিল।" কোনোবা এগৰাকীয়ে ক'লে। মই বুজিলো দৰাৰ কোনোবা আত্মীয়া। মোক চিনি নাপায়।

নিজকে চাগে অপৰাধী যেন লাগিছে। সেইকাৰণেই হয়তো আমাৰ আগত ওলাবৰ সাহস হোৱা নাই।

আন এগৰাকীয়ে সৰু মাতেৰে কলে, "পাপৰি বৰুৱা হেনো আমাৰ সুশান্তৰ ক্লাছ ফ্ৰেণ্ড আছিল। এনেকুৱা এটা অন্যায় কাম কৰিবলৈ যে মন গ'ল।"···মই প্ৰায় দৌৰি গুছি আহিলো ভিতৰলৈ।

লাজত আৰু দুখত মোৰ চকুৰ পৰা ধৰাসাৰে পানী বাগৰি আহিল। মই কিয় কান্দিলো কোনেও নুবুজিলে। মোৰ কোঠাৰ খিৰিকীখনৰ মুখত থিয় হৈ বড্ এদালত মূৰটো দি মই কান্দি পেলালো। এয়া কি হৈ গ'ল ঈশ্বৰ! অৱশেষত সকলোৰে অভিশাপ মোৰ ওপৰতে পৰিল। মই যে ইমান দুৰ্ব্বল। চাদৰৰ আগেৰে মই যিমানে চকুপানী মোহাৰিলো, সিমানে ওলায়েই থাকিল। মোৰ মূৰটোত জুই জ্বলিল। সেইকুৰা জুই নুমালেও মনৰ জুই কেতিয়াও নুনুমায়। সৌৱা সুশান্ত আৰু পৰীৰ হোমৰ জুইকুৰা দপ্‌দপাই জ্বলিছে। ৰঙা শিখাবোৰ বতাহৰ লগত নাচি নাচি ওপৰলৈ উঠিছে। উস্ সৌৱা···। তাৰ পিছত মোৰ আৰু একো মনত নাই।

মই চেতনা পালো। চকু দুটা মেলিয়েই দেখিলো মোৰ কাষতে সুশান্ত বহি আছে। দবাৰ সাজত সুশান্ত। আৰু বহুতো কেইজন মানুহ অদূৰত—মোৰ মা. দেউতা, খুৰীদেউ, দদাইদেউ আৰু মামা। আৰু মোৰ ভৰি পথানত মোৰ ভৰি দুটাত সাৰটি নিশ্চল হৈ চাই ৰৈ আছে পৰী—মূৰত ওৰণি নাই, খহি পৰিছে। চকু দুটাত অসহায় চাৱনি। মই কথা কবলৈ চেষ্টা কৰিও একো ক'ব নোৱাৰিলো। সুশান্তই মোৰ মূৰত হাতখন থ'লে।

"পাপৰি, তুমি কিয় ইমান দুৰ্ব্বল হৈ পৰিছা? চোৱা মই কিমান সাহস আৰু ধৈৰ্য্যৰে সকলো কাম কৰিলো। এতিয়া ভয় কিহৰ?" মই চকুদুটা ডাঙৰকৈ মেলি সুশান্তলৈ চাই ৰলো।

"কিন্তু সুশান্ত? তুমি জানো সুখী হব পাৰিবা? পাৰিবা জানো তুমি?"

"পাৰিম পাপৰি। তুমি মোক আশীৰ্ব্বাদ দিয়া। ভনীজোঁৱাই হিচাপে মই আজি তোমাৰ পৰা আশীৰ্ব্বাদ বিচাৰিছো। বন্ধু হিচাপে নহয়।" সুশান্তই মোৰ ফালে স্থিৰ ভাৱে চাই ৰল। মই উঠি বহিলো। পৰীয়ে মোৰ কোলাত উবুৰি খাই পৰি মোৰ ডিঙিত



জোৰেৰে সাৰটি ধৰি ফেকুৰি ফেকুৰি কান্দিলে। সুশান্ত আৰু পৰীক মই উঠাই দিলো মৰমেৰে। মোৰ ভৰি দুটা এবাৰ চুই সুশান্ত আৰু পৰী গ'লগৈ। দেউতাহঁতো গ'লগৈ কোঠাৰ পৰা।

খিৰিকীৰে মই দেখিছো সুশান্ত আৰু পৰী সৌৱা মটৰত উঠিছেগৈ। সুশান্তৰ মুখখন মোৰ চকুৰ আগত ঘূৰি ফুৰিছে। সুশান্তই মোক বহুতো বুজাই গ'ল। তথাপিও মই যে ইমান উতলা হৈ পৰিছো। সুশান্তই দিনবোৰ কেনেকৈ পাৰ কৰিব? বেচেৰাৰ ইমান যন্ত্ৰণা হ'ব। দিনৰ দিনটো হস্পিটালৰ বেমাৰীবোৰৰ লগত যুঁজ বাগৰ কৰি আবেলি যেতিয়া ঘৰমৈ উভতি আহিব—পৰীৰ এষাৰ মৰমলগা মাতে সুশান্তৰ অৱসাদ দূৰ কৰি দিব নোৱাৰে। এটা করুণ চাৱনি আৰু শীতল হাঁহিৰ বাহিৰে পৰীয়ে সুশান্তক একো দিব নোৱাৰে। পৰী? মোৰ অতি আদৰৰ ভনী পৰী যে বোবা!···উস্ বুকুখন মোৰ ইমান পুৰিছে। চকু দুটা আকৌ সেমেকি গৈছে। পহুলিমুৰত সেয়া মঙ্গল উৰুলি। পৰী আৰু সুশান্ত গ'লগৈ। দোকমোকালৰ বগা পোহৰেৰে উজলি উঠা পূৰমুৱা বাটটোৰেদি সুশান্ত আৰু পৰী গ'লগৈ। মোৰ কাৰণে কেৱল এৰি থৈ গ'ল সীমাহীন ক্লান্তি আৰু দুচকু ওপচা নীৰৱ চকুলো।

# সন্ধ্যা-ৰাগ

গধূলি হবলৈ বেছি পৰ নাই। আকাশখনৰ ৰঙটো ভাল লগাকৈ নীলা হৈছে। দক্ষিণ ফালৰ পৰা বলা বতাহজাক ফুলৰ সুৰভিৰে শীতল। গোন্ধটো বেছ মিঠা। নিশ্চয় চিত্ৰাহতৰ নওঁলামুখৰ যুতি ফুলতবাৰ পৰা বতাহে চুৰ কৰি অনা গোন্ধ। সুৰজিতে দীঘলকৈ উশাহ এটা ললে। স্কুটাৰখনৰ শব্দ শুনি ভিতৰৰে কোনোবা এটাই চিঞৰি কলে—'প্ৰফেছৰ আহিল নেকি অ'? সুৰজিতে বুজিলে ইহঁত কেইটাই চাহৰ মেজত বহি আড্ডা দিছে। ইহঁত কেইটা মানে ডাক্তৰ চাদিক আহমেদ, মাটি হাকিম প্ৰণৱ শৰ্মা আৰু জিয়োলোজিষ্ট অসীম গোহাঁই। তাক দেখা মাত্ৰকে সিহঁতে আলোচনাৰ মাজলৈ কি 'টপিক' আনিব সুৰজিতে বুজিলে। লংপেণ্টৰ পকেটৰ পৰা ৰুমালখন উলিয়াই কপালৰ ঘামবোৰ মচি মচি সুৰজিত সোমাই আহিল।

'চাৰে পাঁচ বাজিবৰ হ'ল, ইমান পৰ কলেজত কি কৰিছিলি প্ৰফেছৰ? তাতো কোনোবা পদ্মিনীৰ আখৰা হৈছিল নেকি?'— চাদিকে সুধিলে। সুৰজিতৰ খং উঠি গল। ছোৱালীৰ আলোচনা নকৰাকৈ ইহঁতে আজিকালি কথাই পাতিব নোৱাৰা হৈ আহিছে। সুৰজিতে একো নোমাতি চকীত থকা টাৱেলখন লৈ হাত ধুবলৈ গুচি গল। সুৰজিতক দেখি কাম কৰা লৰা নৰেশে লুচি ভাজিৰ থাল এখন আৰু চাহ একাপ মেজত থলেহি। সুৰজিত মুখ-হাত ধুই আহিল। সুৰজিতৰ গম্ভীৰ মুখ-খনলৈ চাই অসীমে কলে— "কি সুৰজিত, খুব গহীনহৈ আছ দেখোন। কি হল?"—"তহঁতৰ দৰে পাতল পাইছ নেকি? কাম নাই, কেৱল পদ্মিনী ফদ্মিনীৰ কথা।" সুৰজিতে চাহ কাপত মুখ দিলে। চিগাৰেট এটা জ্বলাই লৈ ধোৱাঁবোৰ বহুত দূৰলৈ মাৰি দি চাদিকে কলে—



"আচলতে খং উঠাৰ কাৰণ কি জান অসীম? ইয়াৰ অনুপস্থিতিত আমি পদ্মিনীৰ কথা আলোচনা কৰি আছিলোঁ বুলি ভাৰি খং খাইছে। নাই কৰা ভাই। তোক দেখিহে আজি দিনটোত প্ৰথম বাৰৰ কাৰণে সেই নামটো উচ্চাৰণ কৰিলোঁ, বুজিছ। আগতে আমি বেলেগ কথা পাতিছিলোঁ। কি পাতিছিলোঁ জান? ছবিৰ কথা। বৰ ধুনীয়া ছবি এখন আহিছে। আমি যাবলৈ ঠিক কৰিছোঁ।" চাদিকৰ কথা কোৱাৰ ধৰণটো দেখি সুৰজিতে হাঁহি পেলালে। ইংৰাজী অনাৰ্চৰ ছাত্ৰবিলাকৰ দুটা ক্লাছ বেছিকৈ লব লগা হোৱাত ৰুটিনখন দীঘলহৈ পৰা কাৰণে সুৰজিতৰ বিৰক্তি লাগিছিল। কলেজত থাকিলে ভোক ভাগৰ চব পাহৰি থকা যায়। স্কুটাৰখনেৰে তিনি মাইল বাট আহি ঘৰপোৱাৰ পিচতহে পৃথিবীৰ গোটেইখিনি ক্লান্তিয়ে আহি সুৰজিতক হেঁচা মাৰি ধৰেহি। তেতিয়া আৰু পদ্মিনী, চিত্ৰিণী কোন নাৰীৰে কথা ভাৱিবৰ আগ্ৰহ নাথাকে। সেই সময়ত ইহঁত তিনিটাই কিবা এটা কথা কলেই সুৰজিতৰ মগজ গৰম হৈ যায়। সদায় কম কথা কোৱা শান্ত, গহীন সুৰজিতক সেই কাৰণেই সেই সময়ত অসীম আৰু প্ৰণৱে একো নকয় বা একো নোসোধে। চাদিকে কিন্তু সুৰজিতৰ পৰা গালি এষাৰ খাবৰ কাৰণে সাজুহৈ থাকে। দপদপাই উঠি গৈ বাহিৰৰ ইজি চেয়াৰখনত বহি সেইদিনাৰ কাগজখন মেলি লোৱা সুৰজিতৰ খং দেখি চাদিকে মুখ টিপি হাহেঁ।

যাৰ কথাকৈ কিবা আলোচনা কৰিলে সুৰজিতৰ খং উঠে—সেয়া হৈছে বন্দনা বৰুৱা। চাদিকহঁতে নাম থৈছে "পদ্মিনী"। বেলেগ বেলেগ কাম লৈ এই সৰু চহৰখনলৈ আহি যেতিয়া সুৰজিত চাদিকহঁতে একেটা ঘৰকে ভাড়া কৰি থাকিবলৈ ললে তেতিয়া সিহঁতৰ দিনবোৰ বৰ নীৰস যেন লাগিছিল। এই ঠাইখনো যেন অতি শুকান, প্ৰাণহীন। চহৰৰ এটা চুকত নাহৰ গছৰ মাজেৰে যোৱা সৰু

ৰাটটোৰেদিগে নিজান বিলখনৰ কাষত য'ত সিহঁতৰ ঘৰটো পায়গৈ, তাৰ ওচৰত মানুহ তিনিঘৰ। দিনটোৰ কাম শেষ কৰি ঘৰলৈ উভতি অহাৰ পিছত চকুৰ দৃষ্টি জুৰ পেলাবলৈ ধুনীয়া ছোৱালী এজনীও নাই ঘৰৰ ওচৰত। সুৰজিতহঁতৰ ঘৰটোৰ নিচেই কাষতে চিত্ৰাহঁতৰ ঘৰ। চিত্ৰা আৰু নীতা নামৰ দুজনী সৰু সৰু ছোৱালী আৰু মাক দেউতাক। সিহঁত সুৰজিতহঁতৰ ওচৰলৈ মাজে মাজে অহা-যোৱা কৰা আৰম্ভ কৰিলে। চিত্ৰা আৰু নীতাক পাই সুৰজিতৰ ঘৰত এনেথে অহা সৰু ভনীয়েক দুজনীৰ অভাৱ দূৰ হল। সুৰজিত-হঁতক চিত্ৰাই কলে সিহঁতৰ বায়েক এজনী আছে। বি, এ, পৰীক্ষাদি ডিব্ৰুগড়লৈ গৈছে—মোমায়েকৰ তালৈ ফুৰিবলৈ। সুৰজিতে ভাৱিলে চিত্ৰা আৰু নীতা ধুনীয়া যেতিয়া বায়েকজনীও ধুনীয়াই হৰ কিজানি।

দিনবোৰ পাৰহৈ গল। পূবা এমাহৰ পিচত বন্দনা আহিল। দেওবাৰৰ দুপৰীয়া সুৰজিতহঁতে বাহিৰ কোঠাত কেৰম খেলি আছিল। চিত্ৰাহঁতৰ ঘৰৰ আগত জিপ্‌ এখন ৰলহি। আৰু অতিপাত ধুনীয়া ছোৱালী এজনীৰ সৈতে মাইকী মানুহ এগৰাকী নামিল। সেয়া বন্দনাৰ মামীয়েক বুলি সুৰজিতহঁতে বুজিলে। দুপৰীয়াৰ সূৰ্য্যৰ উজ্জ্বল পোহৰত বন্দনাক সিহঁতে দেখিলে। অদ্‌ভুত ধুনীয়া ছোৱালী এজনী, গাৰ বৰণটো চাবলগীয়া। ঠিক যেন গোলাপ ফুলৰ পাপৰি। চকু দুটা অকাঁ অকাঁ। বগা চিল্কৰ কাপোৰ এজোৰ আৰু তেজী ৰঙা ব্লাউজটোৱে ছোৱালীজনীক অপ্ৰতিম কৰি তুলিছিল। সুৰজিতৰ হাতৰ ষ্ট্ৰাইকাৰটো বৈ গ'ল। পলকবিহীন দৃষ্টিৰে সুৰজিতে চাই থাকিল—ছোৱালীজনীলৈ। 'বৰ-বা' আহিল বুলি চিত্ৰা-নীতাহঁত ইতিমধ্যে ভিতৰৰ পৰা দৌৰি আহিছিল। মাক দেউতাকো। সুৰজিতহঁতে চাই ৰল। প্ৰণৱে কলে "পৰ্দা খন পেলাইদে অসীম। আমাক বৰ অসৎ বুলি ভাৱিব তেওঁলোকে।"



—চাদিকে সৰু সৰুকৈ এবাৰ গালে, 'উজাই চালো মই, ভটিয়াই চালোঁ মই, তোমাৰ মান ধুনীয়া নাই।'—"ধেৎ পাগল কৰ'বাৰ"। সুৰজিতে অস্পষ্ট মাতেৰে কলে। সিহঁতে বহুত পৰ মনে মনে খেলি থাকিল। নতুনকৈ এখন বোৰ্ড আৰম্ভ কৰিবলৈ লৈ গুটিবোৰ সমান কৰি চাদিকে কলে—'প্ৰফেছৰ, তয়ে কচোন ছোৱালীজনী কোন শ্ৰেণীত পৰিব ? নাৰী জাতিৰ চাৰিটা শ্ৰেণী নাই জানো ? শংখিনী, হস্তিনীৰতো নামেই লব নোৱাৰি। চিত্ৰিণী হবনে বাৰু ?' সুৰজিতে ধেমালি কৰিবৰ মনেৰে কলে—'চিত্ৰিণী হয় কিয় ? হ'লে পদ্মিনী হব পাৰে।' গোটেই কেইটাই হাঁহি দিলে। 'প্ৰফেছৰৰ মতলব মই বৰ ভাল দেখা নাই কিন্তু কৈ দিছো।' চাদিকে সশব্দে হাঁহিলে। বতাহত উৰি যোৱা পৰ্দাখনৰ ফাঁকেদি সুৰজিতে দেখিলে বন্দনা বৰুৱা এতিয়া বাহিৰত নাই। ভিতৰলৈ গলগৈ কেতিয়াবাই। বন্দনা থিয় হোৱা ঠাই টুকুৰাত এটা হালধীয়া সৰু পখিলা উৰি আছে।

ইয়াৰ পিছৰ এটা বছৰে বন্দনা বৰুৱাক সুৰজিতহঁতে দেখি আহিছে। ইদিনৰ পিচত সিদিন বন্দনাক সুৰজিত, চাদিকহঁতৰ ভাল লাগি আহিছে। বন্দনাই বি, এ, পাছ কৰিলে। ভনীয়েক চিত্ৰাই কৈছিল এম, এ পঢ়িবলৈ যাব হেনো। সুৰজিতহঁতেও তাকেই ভাৱি লৈছিল। বন্দনা কিন্তু নগল। পঢ়িবলৈ যোৱাৰ সলনি ঘৰৰ কাষৰে স্কুলখনতে-শিক্ষয়িত্ৰী সোমাল। চাদিকে কলে—'পদ্মিনী ইয়াৰ পৰা যোৱাগৈ মানে আমাক আঁউসীৰ আন্ধাৰত ডুবাই থৈ যোৱা। নগৈ ভালকে কৰিলে।'—সুৰজিতৰ বৰ ভাল নালাগে বন্দনাক লৈ এইদৰে আলোচনা কৰাটো। কিন্তু এইটো কথা বুজি উঠি সুৰজিতৰ ভাল লাগিল যে বন্দনাৰ আলোচনা চাদিকহঁতে যথেষ্ট কৰে যদিও সদায় গুণহে গায়। বদনাম এদিনো কোৱা নাই। বদনাম কৰলৈ নায়ো। আজি এবছৰে দেখিও ছোৱালীজনীৰ গাত কোনো এটা

দোষ চাদিকহঁতে বিচাৰি নাপালে। বন্দনা সাধাৰণ ছোৱালীৰ শাৰীৰ নহয়। কথা খুব কম কয়। চকুজুৰি দেখিলে এনে লাগে যেন সেই হাল চকু অযুত বেদনাৰে সিক্ত। আচলতে বন্দনাৰ কোনো বেদনাই হয়তো নাই। এনেয়ে দেখাতহে তেনে লাগে। সুৰজিতে প্ৰায়ে ভাৱে। সুৰজিতে ৰাতিপুৱা কলেজলৈ বুলি স্কুটাৰখন লৈ যেতিয়া বন্দনাহঁতৰ ঘৰৰ আগেদি ওলাই যায়, দেখে, সৰু ছাতিটো মেলিলৈ স্কুললৈ যাবলৈ বুলি বন্দনা ঘৰৰ চিৰিৰ পৰা নামিছে। চাদৰৰ আচলটো আনি গাটো ঢাকি লৈছে। তাল পাতৰ দৰে খোপাটোত এপাহ সৰু বগা ফুল। আন ৰঙৰ ফুল বন্দনাক চুলিত মৰা সুৰজিতহঁতে কেতিয়াও দেখা নাই। কাপোৰজোৰো সদায় শুকুলা বগা পিন্ধে। ব্লাউজটোতহে মাত্ৰ বিভিন্ন ৰঙৰ সমাবেশ দেখা যায়। স্কুটাৰখনৰ শব্দ শুনি বন্দনাই চাওঁ নেচাওঁকৈ এবাৰ মূৰটো দাঙে। আৰু প্ৰায়ে সুৰজিতৰ চকুৰে চকুৰে পৰে। বন্দনাৰ মুখত কিন্তু কোনো প্ৰতিক্ৰিয়া নহয়। সম্পূৰ্ণ সহজ। সুৰজিতহে ৰঙা পৰি যায় কিবা এক লাজ আৰু অনুকম্পাত। বন্দনাই তাৰ পিছত পচুলিৰ নঙলাডাল বন্ধ কৰি ওলাই আহে। সুৰজিতে বন্দনাক পাচ পেলাই থৈ বিজুলী সঞ্চাৰে গুচি যায়গৈ। আবেলি কলেজৰ পৰা উভতি আহোঁতে বন্দনাহঁতৰ ঘৰৰ আগত সুৰজিতে কাকো নেদেখে। গধূলি ফুৰিবলৈ যাওঁতো আকৌ দেখে বন্দনাক। কেতিয়াবা বাহিৰৰ বননিত বেতৰ চকী এখনত বহি কিতাপ পঢ়ি থাকে। কেতিয়াবা ঘৰৰ কাম কৰা লৰাটোক ফুলত পানী দিবলৈ দেখুৱায়। কেতিয়াবা আগফালৰ বাৰাণ্ডাৰ চিৰিটোত বহি চিলাই কৰি থাকে। সুৰজিতহঁত কাষেদি পাৰহৈ গ'লে বন্দনাই মূৰ তুলি চায়। আৰু পাৰহৈ যোৱা মাত্ৰকে নিজৰ কামত মন দিয়ে। কেতিয়াও নামাতে। চাদিকহঁতৰ বৰ মন যায় উপাযাচি যেন মাতি লয় চিত্ৰাহঁতৰ বৰ-বাজনীক। নামাতে। বন্দনাৰ হয়তো খং উঠি যাব। সিহঁত কেউটাৰ ওপৰত



ইম্প্ৰেচনো হয়তো বেয়াহৈ যাব। গতিকে নামাতে। সন্ধিয়া লাগি ভগাৰ পিছত বন্দনাই গোসাঁই ঘৰত ভনীয়েক দুজনীৰ সৈতে বৰগীত গোৱা শুনিলে চাদিকে সুৰজিতক কয়—'তহঁতৰ ধৰ্মৰ বিষয়ে মোৰ বৰ বেছি জ্ঞান নাই। কিন্তু বন্দনাৰ মৌ-মিঠা কণ্ঠস্বৰে করুণ কৰি তোলা বৰগীতবোৰ শুনিলে মোৰ এনে লাগে যেন ভগৱান নিজেই আহি বন্দনাৰ ওচৰত থিয়দি আছেহি। কি যাদু আছে বাৰু বন্দনাৰ মাতটোত।' সুৰজিতে নামাতে। বন্দনাৰ মুখখন এবাৰ মনত পেলায়।

বন্দনায়ে প্ৰথম সুৰজিতক মাতিলে। গধূলি চাদিকহঁত ওলাই গৈছিল ফুৰিবলৈ। সুৰজিত ঘৰৰ নিচেই কাষৰে বিলখনৰ পাৰলৈ ওলাই আহিছিল অলপ জুৰ লবলৈ। নিজান বিলখনৰ ওপৰেদি এজাক শৰালি হাঁহ উৰি গৈছিল। অ'ত ত'ত ফুলা ভেঁটকলি কেইটা বতাহত কঁপিছিল। সুৰজিত বৈ আছিল এজাৰ গছজোপাৰ তলত। এনেয়ে বৈ আছিল। মনত কোনো ভাৱ চিন্তা নাই। ঘামি থকা বগা চাৰ্টটোৰ মাজেদি বতাহবোৰ গাত কোবোৱাত চেঁচা লাগি গৈছিল গাটো। লগতে মনটোও। পিচফালে মুগাৰ মেখেলাৰ মিহি শব্দ এটা শুনি সুৰজিত চক্‌খাই উঠিল। কোন আহিল? বন্দনা বৰুৱা নেকি? আচৰিত। সুৰজিতে উভতি চালে। গধূলিৰ পাতল আন্ধাৰত মুখখন স্পষ্টকৈ নেদেখিলে যদিও সুৰজিতে বুজিলে সেয়া বন্দনা বৰুৱা। পদ্মিনী বন্দনা। সুৰজিতে কি কব বিচাৰি নাপালে। —'দিনটোৰ পৰিশ্ৰমৰ পাচত জিৰণিৰ সময়কণত আপোনাক অলপ আমনি কৰিলোঁ দেই। বেয়া নাপাব।' বন্দনাই সৰু মাতেৰে কলে। সুৰজিতে বন্দনাৰ মুখলৈ চালে। পাতনি মেলি কি কথাৰ অৱতাৰণা কৰিবলৈ এই শান্ত গম্ভীৰ ছোৱালীজনী আহিছে সুৰজিতে নুবুজিলে।

'মোক অলপ সহায় কৰি দিব পাৰিবনে? চিত্ৰাৰ খুব জ্বৰ

ছুপৰীয়াৰে পৰা। দেউতা কামত যোৰহাটলৈ গল। আপুনি যদি ডাক্তৰ চৌধুৰীক মাতি দিয়ে বৰ উপকাৰ কৰা হয়। তেখেত আমাৰ ফেমিলি ফিজিচিয়ান।' সুৰজিতে দেখিলে বন্দনাৰ ধুনীয়া মুখখন কৰুণহৈ পৰিছে। "ছুপৰীয়াৰ পৰা জ্বৰ? আমাক খবৰ নিদিলে কিয় আগতে? আপোনাৰ বৰ অন্যায় হৈছে।" অলপ বৈ সুৰজিতে আকৌ কলে, "বাৰু আপুনি যাওক। মই এইমাত্ৰ ডাক্তৰ চৌধুৰীক মাতি আনিম।" সুৰজিত আৰু বন্দনাই একেলগে খোজ দিলে। সুৰজিত ঘৰত সোমাল। বন্দনা গলগৈ। ডাক্তৰে আহি চিত্ৰাক পৰীক্ষা কৰি প্ৰেচ্ক্ৰিপচন লিখিথৈ যোৱাৰ পিচত সুৰাজিতেগৈ ঔষধ লৈ আহিলগৈ। চাহ একাপ খাই সুৰজিত ঘৰলৈ যাবৰ সময়ত ৰাতি আঠ বাজি গ'ল। বন্দনা বাহিৰলৈ ওলাই আহিল। 'আজি গোটেই গধূলিটো আপোনাৰ আমাৰ কাৰণেই নষ্ট হল। খং নকৰিব দেই।' সুৰজিতে হাঁহিলে। গধূলিটো অবাবতে গ'ল নে ধুনীয়াকৈ কাটিলে সুৰজিতে মনতে বিচাৰ কৰিলে। বন্দনাক মাত লগাই সুৰজিত গুচি আহিল। ঘৰ পাই গে'টখন খুলিব খুজি সুৰজিতে দেখিলে বন্দনা তেতিয়াও বাহিৰতে বৈ আছে— যূতি ফুলডৰাৰ কাষত। খৰধৰকৈ সুৰজিত সোমাই গ'ল—ঘৰলৈ। চাদিকইঁতে ৰেডিঅ' শুনি আড্ডা মাৰি আছিল। সুৰজিতৰপৰা সকলো শুনাৰ পিছত অসীমে কলে—"তয়ো ফুৰিবলৈ ওলাই যোৱা হলে বেচেৰী বন্দনাৰ বৰ অসুবিধা হলহেঁতেন।" চাদিকে হো হোকৈ হাঁহি দিলে। "তহঁতে জানো কি ভাবিছ অসীম। মই হলে অথনিৰেপৰা সুৰজিতৰ কপালখনৰ কথাহে ভাবি আছোঁ। এবছৰে যিজনী ছোৱালীৰ ঘৰৰ আগেৰে এশবাৰ অহাযোৱা কৰিও এষাৰ মাত উলিয়াব নোৱাৰিলোঁ, সেইজনী ছোৱালীয়ে সুৰজিতক উপযাচি মাতি ললেহি।" সুৰজিতৰ খং উঠাৰ ভয়ত অসীমে উত্তৰ নিদিলে। প্ৰণৱে নিজকে কোৱাদি কলে, 'পৃথিবীৰ আটাই বিলাক



সমৰ্থন কৰো। নহলেনো মোৰদৰে এই সুদৰ্শন মুখশ্ৰীৰ ডাক্তৰটোলৈ এইখন চহৰৰ কোনো বন্দনা-নন্দনাই এবাৰো কটাক্ষপাত নকৰিলে হেতেঁননে? আমাৰ কপাল ফুটা বুজিছ।' সুৰজিতে সিহঁতৰ কথাবোৰ তল পেলাবৰ কাৰণে ৰেডিঅ'ৰ ভলিউমটো বঢ়াই দিলেগৈ। কোনোবা মাধৱী বাঈৰ কণ্ঠ-সংগীতৰ তীব্ৰ মূৰ্ছনাৰ মাজত চাদিকইঁতে কথাৰ আঁত হেৰুৱাই পেলালে।

ইংৰাজীৰ অধ্যাপক সুৰজিত ভূঞাই স্পষ্টভাৱে অনুভৱ কৰিলে বন্দনা বৰুৱা নামৰ এই চন্দ্ৰমুখী ছোৱালীজনীক একান্ত আপোনকৰি মনে বিচাৰে। হয়তো বন্দনাৰো অন্তৰৰ কথা সেয়াই। বন্দনাৰ ধুনীয়া চকু ছুটাই যেন সেই কথাকে সুৰজিতক কবলৈ বিছাৰে। সুযোগৰ অভাৱতেই হয়তো বন্দনা মুকহৈ আছে। সুৰজিতে ঠিক কৰিলে বন্দনাৰ কথা বায়েকলৈ লিখি পেলাব লাগিব। চিলঙত থকা বায়েকে বিয়াৰ তাগাদা দি ওপৰাওপৰিকৈ কেইবাখনো চিঠি দিলে! সুৰজিতৰ বিয়া কৰাৰ বয়স হল। মাক দেউতাকৰ অসীম আগ্ৰহ নেওচি থকা অধিকাৰ সুৰজিতৰ নাই। কোনোবা ছোৱালীক যদি সুৰজিতৰ ভাল লাগিছে তেঁনেহলে লিখি পঠাবলৈ বায়েকে দঢ়াই দঢ়াই লিখিলে। বায়েকৰ চিঠিবোৰ পঢ়ি পঢ়ি সুৰজিতে হাঁহিলে। বন্দনাৰ কথা লিখিব লাগিব। বন্দনাৰ বৰ্ণনা পঢ়িলে বায়েকে যে মান্তি হব আৰু মাক দেউতাককো মান্তি কৰাব পাৰিব সি নিশ্চিত। সুৰজিতৰ ভাল লাগিল। চকুছুটা মুদি বন্দনাৰ মুখখন সুৰজিতে চকুৰ ওচৰলৈ আনিলে। ধূনু ভিৰীয়া চেলাউৰি, অকাঁ অকাঁ এজুৰি চকু আৰু হাহোঁ হাহোঁ কৰা ঈষৎ গোলাপী ওঠ। এইখন বন্দনা বৰুৱাৰ মুখ। বন্দনা বৰুৱা নামৰ সু সম্পনা, সু শিক্ষিতা, অনিন্দিতা ছোৱালী এজনীৰ মুখ। সেইজনী ছোৱালীকে সুৰজিতে বিয়া কৰাব। সুৰজিতৰ কল্পনাই পাৰ ভাঙি গ'ল।

······চাহৰ টেবুলত কথা পাতি থাকোঁতেই চিত্ৰা আহিল দৌৰি

দৌৰি। মাকে তেওঁলোক চাৰিওজনকে গধূলিকৈ চাহৰ নিমন্ত্ৰণ জনাইছে বুলি কৈ চিত্ৰা গুচি গল। প্ৰণৱে কলে—'নিমন্ত্ৰণৰ কাৰণটো নুসুধিলি কিয় অসীম?"

'চিত্ৰাৰ বা নীতাৰ জন্মদিন কিজানি।' বিজুলী সঞ্চাৰে দৌৰিগৈ আলিবাটত উঠা চিত্ৰালৈ চাই অসীমে কলে।

'আমিতো চিনেমালৈ ওলালোঁ। সুৰজিত তয়েগৈ আহিবি বুজিছ। গোটেই কেইটা নগলে বৰ বেয়া হব।'— প্ৰণৱে কলে। চাদিকে লাহেকৈ হাঁহিলে,—"আৰু কৈ আহিবি ইয়াৰ পিচত কাৰোবাৰ জন্মদিন পাতিলে যাম।' সুৰজিতে একো নকলে। অলপ পিচত চাদিকহঁত গলগৈ।

সুৰজিত অকলে বহি থাকিল আগফালে বাৰাণ্ডাত। বিলহনৰ কাষৰ বননি খনত চিত্ৰা, গীতা আৰু এজাক সৰু সৰু ছোৱালীয়ে খেলিছে। সিহঁতৰ চিঞৰ বাখৰবোৰে বিলৰ নিজান পাৰটোৰ ৰতাহজাক তপতাই তুলিছে। বন্দনাহঁতৰ ঘৰৰফালে সুৰজিতে চালে। ঘৰখন বেচ নিজান। বোধকৰো বন্দনাহঁত ভিতৰফালে কামত ব্যস্ত। সুৰজিত মনে মনে বহি থাকিল। সন্ধ্যা লগাৰ পিচত ছোৱালী কেইজনী ঘৰাঘৰি গলগৈ। মূৰৰ ৰঙা ৰিবণ কেইডাল উকৰাই চিত্ৰা আৰু নীতায়ো ঘৰলৈ দৌৰ দিলে।

সুৰজিতে হাতৰ ঘড়ীটোলৈ চালে। ছয় বাজিছে। বন্দনাহঁতৰ ঘৰলৈ এতিয়াই গৈ অহা ভাল। চাদিকহঁত নাই যেতিয়া সুৰজিত অকলেই যাব লাগিব। সুৰজিত ঘৰৰ পৰা ওলাই আহিল। সন্ধ্যা লাগি ভাগিলেই। আকাশত নীলবৰণীয়া তৰাবোৰৰ দুই এটা জ্বলিছে। বন্দনাহঁহতৰ পদুলি মূৰটো যুতিফুলৰ গোন্ধেৰে শীতল। আগফালৰ কোঠাটোত ক্ষীণ পোহৰৰ নীলা লাইটটো জ্বলি আছে। সুৰজিত অহা গম পাই মাক ওলাই আহিল! বহিবলৈ দি নানা কথাৰ অৱতাৰণা কৰাৰ পিছত নীতাক কলে "বৰ-বাক কগৈ যা নীতা,



সুৰজিত দাদালৈ চাহলৈ আহিবলৈ।" নীতা ভিতৰলৈ দৌৰ দিলে। বন্দনাক নেদেখি সুৰজিতৰ ভাল লগা নাছিল। হয়তো ভিতৰত চাহ কৰিছে। অলপ পৰৰ পিচত বন্দনা ওলাই আহিব। শুকুলা বগা কাপোৰ আৰু বগা ফুলেৰে মণ্ডিতা বন্দনাৰ তৰাৰদৰে দুচকুত জিলিকি উঠিব মিঠা অনুকম্পা। পলাশী ওঁঠত ফুটি উঠিব মধুক্ষৰা এটা হাঁহি। বন্দনাৰ মসৃণ কপালখনত ডাঙৰ কুমকুমৰ ফোটটো লাইটৰ পোহৰত জিলিকি উঠিব। ঢৌ খেলোৱা চুলিবোৰৰ দুই এদালি আহি কাণৰ সোণৰ বিংটোত পাক খাই থাকিবহি। বন্দনাৰ মুখখন মনত পেলাই সুৰজিতৰ ভাল লাগিল। সুৰজিতে মনতে ঠিক কৰি পেলালে, বায়েকলৈ লিখা কথাটো আজি বন্দনাক কব। বন্দনাৰ মত থাকিলে আৰু বেছিদিন সুৰজিত নৰয়। বিয়া যদি নিতান্তই হবই লাগে, বন্দনাৰ বাহিৰে আনৰ লগত সেই বিয়া হব নোৱাৰে। সেই কথা সুৰজিতে ভাৱিবই নোৱাৰে। বন্দনা! বন্দনা নামৰ এই আচৰিত ধুনীয়া ছোৱালীজনী নহলে সুৰজিত মৰি যাব! আজি কেইদিনমানৰ পৰা এই একেটা ভাবে সুৰজিতক উতলা কৰি পেলাইছে। গম্ভীৰ, শান্ত ইংৰাজীৰ অধ্যাপক সুৰজিত ভূঞাক। সুৰজিত মনে মনে বহি থাকিল। কাষৰে মুঢ়া এটাত বন্দনাৰ মাক। বন্দনাৰ মাকে কলে, "তেওঁলোক নাহিলে কিয়? চাৰিওজনকে মাতিছিলো মই।"

"সিহঁতকেইটা চিনেমালৈ গ'ল। চাদিকে কৈ পাঠাইছে এই বাৰৰ পৰা কাৰোবাৰ জন্মদিনহলে যেনে তেনে আহিবই। এইবাৰ আহিব নোৱাৰাত আপুনি যেন বেয়া নাপায়।" মাক নীৰৱহৈ ৰ'ল।

সুৰজিতে আকৌ সুধিলে—"আজি নীতাৰ জন্মদিন নেকি?"— মাকে হাঁহি দিলে। 'কাৰো জন্মদিন নহয়, বোপাই। আজি তেওঁলোকে বন্দনাক আঙঠি পিন্ধাই থৈ গলহি। সেয়েহে অলপ চাহ

জলপানৰ যোগাৰ কৰিছিলোঁ। তোমালোক চাবিও ঘৰৰে লৰা। নামাতিলে দেখোন মনটো ভালেই নালাগে।"

সুৰজিত বৈ গ'ল। কি কব বিচাৰি নাপালে।

"লৰাটো হওঁতে ভালেই। ডাক্তৰি কৰে। নিজৰ চেম্বাৰ আছে যোৰহাটতে। স্বভাৱ-চৰিত্ৰও বৰভাল বুলি মানুহে কয়।" মাকৰ মুখত সন্তোষৰ এটা দীঘল হাঁহি। সুৰজিত নিৰ্বাক হৈ বহি থাকিল। জীৱনৰ আটাইতকৈ মূল্যবান বস্তু এটা হেৰুৱাই সুৰজিত যেন সীমাহীন দুখত অভিভূতহৈ পৰিছে। এই দুখৰ উপশম হয়তো কোনোদিনাই নহব। সুৰজিতৰ কান্দি দিবৰ মন গ'ল। বন্দনা ওলাই আহিল চাহৰ ট্ৰেখন হাততলৈ। সুৰজিতৰ কাষত বন্দনাক বহিবলৈ কৈ মাক ওলাই গুচি গল। সুৰজিতৰ নিচেই কাষৰ চকীখনত বন্দনা বহিলহি। বন্দনাৰ চকুদুটা সেমেকা। হয়তো অলপ আগতে তাৰ পৰা পানী ওলাইছিল। বন্দনাই এটাও কথা নকলে। সুৰজিতেও। খোৱা-বস্তুৰ থালখন আঁতৰাইথৈ সুৰজিতে চাহকাপ হাতত তুলিলৈ বন্দনালৈ চালে এবাৰ। সুৰজিতে ভৱাৰ দৰেই বন্দনাই বগা কাপোৰ পিন্ধি আহিছে। খোপাত এপাহ সৰু ফুল। বগা নহয়, তেজৰ দৰে ৰঙা। কপালৰ কুমকুমৰ ফোঁটাটোও জুইৰ আঙনিৰ দৰে উজ্বল। সুৰজিতে পলকবিহীন দৃষ্টিৰে বন্দনালৈ চাই ৰল।

—"চাহ খাওক।" বন্দনাৰ মাতটো অদ্ভুত ধৰণে কঁপা।

সুৰজিতে এটা কথাও নকলে। চাহকাপ শেষ কৰি বন্দনাক কলে—"মই যাওঁ দেই। আপোনাৰ মা'ক এবাৰ মাতি দিয়ক।" বন্দনাই কলে—মাক গোঁসাই ঘৰত সোমাইছে, তায়েই কৈ দিব। সুৰজিত ওলাই আহিল বাহিৰলৈ। বন্দনাও পদুলিমুৰলৈকে আহিল।

"আপোনাৰ গা-ভাল নহয় নেকি?" বন্দনাই সুধিলে। "গা-ভাল। মনটোৰ কথাহে নাজানো।" সুৰজিতৰ অসম্ভৱ কঁপা মাতটো শুনি বন্দনা চক্‌খাই উঠিল।



—"আপনাক এটা কথা কম বুলি আজি ভাৰি আহিছিলো।"

"কওঁক।" বন্দনাই কলে।

—"কৈ লাভ নাই। সময় পাৰহৈ গ'ল।" সুৰজিত খৰকৈ আলিবাটত উঠিলগৈ, আৰু বন্দনাক মাত লগাই গুচি গল। বতাহত যুতি ফুলৰ চেঁচা গোন্ধবোৰ উটি আহিছে। সুৰজিতে ঘৰৰ চিৰিত ভৰিদি বন্দনাহতঁৰ ঘৰলৈ চাই পঠিয়ালে। শিলৰ মূৰ্ত্তি এটাৰ দৰে জঠৰহৈ পদুলিমুৰৰ নঙলাডালত ধৰি বন্দনা'ৰৈ আছে। বন্দনাৰ গালেদি হয়তো মুকুতাৰদৰে কেইটোপালমান চকুপানী বাগৰি আহিছে। সুৰজিতে ভিতৰ সোমাই দুৱাৰ খন জপাই দিলে। খিৰিকীয়েদি সোমাই অহা বতাহজাকে পৰ্দাখনত কোবাইছিল। সুৰজিতে খিৰিকীখনো জপাই দিলে।

ৰাজীৰে হাঁহিলে। ৰতাহজাক জোৰেৰে আহি খিৰিকীৰ পৰ্দ্দাখন উকৰাই দিলেহি। ৰাজীৰৰ চকু বাহিৰলৈ গ'ল। ৰঙা গোলাপ জোপা আজি ফুলেৰে উপচি পৰিছে। কাৰণ আছে তাৰ। আজি চম্পাকলিয়ে ফুল ছিঙিবলৈ অহা নাই। আজি মানে কালিৰে পৰাই অহা নাই। ভাগিনীয়েক মামনিকো পঠোৱা নাই। নহলে গোলাপ জোপা দাল ভৰি ফুলা ৰাজীৰে দেখাই নাপায়। ফুল ফুলিলেই গোটেইবোৰ চম্পাকলিয়ে লৈ যায়। হাঁহি হাঁহি ৰাজীৰলৈ চাই এপাহ দুপাহ খোপাত গুজি লয়। কেতিয়াবা ঘৰত থকা লৰা পদুমে আপত্তি কৰে, "ফুলজোপা মই ইমান আপদাল কৰো, সেইজনী আকৌ পাবত গজা গিৰিহঁতনী ক'ৰ পৰা ওলাল জানো, এপাহ ফুলো গছত থাকিবলৈ নিদিয়ে।" ৰাজীৰে মাত্ৰ হাঁহে।

"হৈছে বাৰু, তাকে চিঞৰি শুনাব নালাগে পদুম। নিবলৈ দে। কিনো নিছে, ফুল দুপাহ মানহে তেও।"

পদুমে ৰান্ধনীঘৰলৈ যাওঁতে ভোৰভোৰাই যায়, "অকল কিবা ফুলেই নে, চব বস্তু নি নি শেষ কৰিলে, খবৰেই নাই। এনেকুৱা আপোনভোলা মানুহ মই ক'তো দেখা নাই।"

ৰাজীৰে পদুমৰ কথাবোৰ সদায়েই নুশুনা ভাও জুৰি আতৰি যায়।

চম্পাকলিৰ মাকে ৰাজীৰৰ ঘৰৰ পিছফালে থকা সৰু বাৰীখনৰ পৰা লাই, লফা, ধনীয়া, বিলাহী সদায় তুলি নিয়ে; তাৰোপৰি বুঢ়ীয়ে কুঁজাকুঁজিকৈ বাৰীৰ পিছফালৰ ঢাপটোত মানিমুণি, মাটি কাদুৰী, টেঙেচি বুটলি ফুৰেহি। কেতিয়াবা এমুঠিমান আনি পদুমক দি কয়, "হেৰ বোপাই, ককাইদেৰেৰক সদায় দাইল, মাছকে খুৱাই নাথাকিবি। মাজে মাজে মানিমুণি, টেঙেচিৰেও আঞ্জা পাচলি ৰান্ধি দিবি।" বুঢ়ীৰ কথাত পদুমৰ টিকিচ কৰে খং উঠে। শাকমুঠি লৈ ভিতৰলৈ সোমাই যোৱাৰ লগে লগে সৰুকৈ কৈ যায় "ইমানেই যদি চেনেহ,



ঘৰৰ পৰা বান্ধি পঠালেও চোন হয়। মোৰ এনেয়ে সময় নাই।"

পদুমে বুঢ়ীক যথেষ্ট ভয়ো কৰে। ঘৰলৈ আহিলে বহিবলৈ মুঢ়াটো দি তামোলৰ বটাটো দিয়েহি। ৰাজীৰে আবেলি ঘৰলৈ আহি প্ৰায়ে পায়হি—পদুম আৰু বুঢ়ীয়ে মেল মাৰি আছে। ৰাজীৰক দেখিলে বুঢ়ীয়ে ওৰণিখন টানি কয়, "বোপাক চাহতাহ দে পদুম। ভাগৰি জুগৰি আহিছে দেহি।" তাৰ পিছত তামোলৰ সেলেঙি লগা মুখখন মচি মচি বুঢ়ী যায়গৈ পিছফালৰ বাটটোৰেদি।

ডাক্তৰী পাছ কৰি যেতিয়া প্ৰথম গাৱঁলৈ আহিছিল, ৰাজীৰৰ মন বহা নাছিল। এতিয়া কিন্তু ইয়াত থাকি ভালেই লগা হৈছে। ডাঙৰ আলিটোৰ মূৰৰে ধুনীয়া খেৰৰ ঘৰটো লোকেলবোৰ্ডে তাক থাকিবলৈ দিছে। ডিচ্পেন্চেৰীৰ পৰা ঘৰটো এক ফাৰ্লং মানহে দূৰ। পদুমে ঘৰখন চলায়, ৰাজীৰৰ ভাবিবলৈ একো নাথাকে। আগফালে সৰু ফুলনিখন পদুমে পাতিছে। চাৰিওফালে জেওৰা দি গৰু সোমাব নোৱাৰা কৰি, অ'ৰ ত'ৰ পৰা বিচাৰি আনি ফুল কিছুমান ৰুইছে। জেওৰাৰ কাষে কাষে জবাফুলৰ দাল কিছুমান ৰুই দিছে। ডাঙৰ হলে সেইবোৰে জেওৰাৰ কাম কৰিব। পিছফালে সৰুসুৰাকৈ। শাক-পাচলীৰ বাৰী এখনো পদুমে কৰিছে। জলকীয়াবোৰ বেছ লাগিছে আৰু জেঙত লগাই দিয়া বিলাহীবোৰো ৰঙা ৰঙা হৈ ওলমি পৰিছে। বাঁহৰ হেদালিখনৰ মাজেদি বগাই যোৱা জাতিলাও জোপাই কলি পেলাইছে।

প্ৰথম দিনা ৰাতি ঘৰত সোমাই ৰাজীৰৰ বৰ বেয়া লাগিছিল। ভাগৰো লাগিছিল খুব। ভাত ৰান্ধিবলৈ পদুমক মানা কৰি সোনকালে শুই থাকিল ৰাজীৰ। ৰাতিপুৱা খুব সোনকালে সাৰ পাই বিছনাৰ কাষৰ খিৰিকীখন মেলি দি ৰাজীৰ উঠি আহিল। পূব ফালৰ আকাশখন অলপ ৰঙচুৱা হৈ উঠিছিল তেতিয়া। ৰাজীৰে দেখিলে সিহঁতৰ ঘৰৰ গাতে লগা মানুহ ঘৰৰ চোতালখন খিৰিকী

কাষলৈকে আহিছে। মাজতে অকল জেওবা খন। চোতাল খন বগা, পৰিষ্কাৰ। একাষে দুজোপামান তুলসীগছ। ৰাজীৱে দেখিলে হাতত বাঢ়নি এটা লৈ এজনী ছোৱালী আহিল। তাই খচখচকৈ চোতালখন সাৰিবলৈ লাগি গ'ল। ছোৱালীজনী ধুনীয়া। মুখখন ধুনীয়া নহলেও গাৰ গঠনটো আৰু ৰংটো। চুলিখিনি বেছ দীঘল আৰু ক'লা। ৰাতি পুৱাৰ শান্ত পৰিবেশটোৰ মাজত, মুকলি আকাশখনৰ তলত মেলা চুলিৰে সৈতে এজনী অপৰিচিতা গাৱঁলীয়া ছোৱালীদেখি ৰাজীৱৰ এনেয়ে ভাল লাগি গ'ল। চোতালখন সাৰি সাৰি ছোৱালী জনী খিৰিকীৰ কাষ পালেহি। ৰাজীৱ কিন্তু খিৰিকীকাষৰ পৰা আতৰি নাহিল। ছোৱালী জনীয়ে মূৰ ভঙিলে। চকুৰ আগতে অপৰিচিত ডেকা এজনক দেখি তাই চক খাই গ'ল। বাঢ়নিটো হাতৰ পৰা সৰি পাৰিল। মেলা চুলিখিনিৰ ওপৰেদি চাদৰখন টানি লৈ গাটো ঢাকি তাই আতৰিব খোজোতেই কোনোবাই ভিতৰৰ পৰা মাতিলে—"চঁপাকলি চোতাল সৰা হ'ল যদি আহচোন।" ৰাজীৱে বুজিলে ছোৱালী জনীৰ নাম চঁপাকলি। মানে চম্পাকলি। সুন্দৰ নাম। তাইৰ গাৰ ৰংটোও ঠিক চম্পাফুল পাহৰ দৰেই। সেই কাৰণেই চাগে মাক বাপেকে এই নাম দিছে। বাঢ়নিটো মাটিৰ পৰা তুলিলৈ চম্পাকলিয়ে ভিতৰলৈ খোজ ল'লে। ৰাজীৱ গুছি আহিল খিৰিকীকাষৰ পৰা। ৰাতিপুৱাই ধুনীয়া ছোৱালী এজনীৰ মুখ দেখিলে। দিনটো নিশ্চয় আজি ভালেৰেই যাব। ভাবি ভাবি ৰাজীৱ কোঠাৰ পৰা ওলাই গ'ল।

গোটেই দিনটো ৰাজীৱৰ ঘৰখন থানথিত লগাওঁতেই গ'ল। আবেলি পৰত ডাক্তৰী কিতাপ এখন মেলি ৰাজীৱ পিছফালৰ সৰু বাৰাণ্ডাখনতে বহি আছিল। কিতাপ পঢ়াতকৈও মনটো আন কিবাকিবি ভাবত ওপঙি ফুৰিছিল। এনেতে চম্পাকলিৰ মাকে পিছফালৰ বাটেদি সৰু ছোৱালী এজনীৰ হাতত ধৰি ওলালহি।



অচিনাকী মানুহ গৰাকীক দেখি ৰাজীৱে থিয় হৈ কি ক'ব ভাবোতেই বুঢ়ীয়ে কলে, "তোমাৰ ঘৰখনকে চাবলৈ আহিলো বোপাই। পুৱাৰে পৰা আহিবলৈ আজৰিকে উলিয়াব পৰা নাই।"

ৰাজীৱে বুঢ়ীক বহিবলৈ চকীখন আগবঢ়াই দিলে। তাত নবহি বুঢ়ীয়ে মুঢ়াটোতে বহি পৰিল।

"চহৰৰ ল'ৰা, গাৱঁলৈ আহি চাগে বৰ কষ্ট পাইছা নহয়? এৰা কি কৰিবা। ৰজাৰ ঘৰে য'তে কাম দিয়ে কৰিবই লাগিব।"

"নাই, কিহৰ কষ্ট। মই বেছ ভালেই পাইছো ইয়াত।"

ৰাজীৱে সহজ হ'বৰ চেষ্টা কৰি কলে।

"লৰাটোৱে ভাতপানী ৰন্ধাবঢ়া কৰিব পাৰিছেনে? হওঁতে লৰাটো ভালেই হ'ব লাগে। দেখাত তজবজীয়া। কেতিয়াবা ভাতমুঠি আমাৰ ঘৰতো খাই আহিবগৈ পাৰিবা। লাজ নকৰিবা দেই।" বুঢ়ীয়ে কথাৰ মাজতে এবাৰ উঠি গৈ তামোলৰ পিকখিনি দূৰত পেলাই থৈ আহিল। ৰাজীৱে বুঢ়ীক কবলৈ একো বিচাৰি নাপালে।

"আমাৰ ঘৰখন নিজৰ বুলি ভাবিবা। আটাইৰে সৈতে চা-চিনাকী হৈ ল'লে তোমাৰ ভাল লাগিব। মই বাৰ চম্পাকলি আৰু আইমনিকো পঠাই দিম, তোমাৰ লগত চিনাকী হৈ যাবহি।"

ৰাজীৱে এইবাৰ ভাবিলে, আইমনি কোন? নিশ্চয় চম্পাকলিৰে বায়েক হ'ব। ৰাজীৱে সৰু ছোৱালী জনীলৈ চাই ক'লে,

"এওঁৰ নামটো নাজানিলোৱেই।"

"অ' এইজনীৰ কথা সুধিছা। এইজনী মোৰে নাতিনী। আইমনিৰ ছোৱালী। এই কেচুৱাতেই বাপেক ঢুকালে। মোৰ লগতে ৰাখিছো সিঁহত দুইজনীক। আমাৰ লৰা দুটা আছিল। এটা কাহানিবাই গ'ল, ইটোৱে বিয়া বাৰু কৰাই আমাক উভতিকে নোচোৱা হ'ল। বেলেগে ঘৰ-সংসাৰ পতিছে। লৰাবোৰ তেনেকুৱাই হয়। ছোৱালীবোৰেহে মাক বাপেকক টানে আপদে স'ৰতি ধৰেহি।"

কথাষাৰ কৈ বুঢ়ীয়ে ভাবিলে, ৰাজীৰে কিজানি বেয়াই পালে। গতিকে আকৌ কলে,

"সেইবুলি আটায়ে তেনে হ'ব নে? আমাৰ বোৰহে চদকা খোৱা। মাক বাপেকক চকুৰ কুটা যেন দেখে।"

ৰাজীৱ মনে মনে বহি থাকিল। তামোল চাহ কিবা খাবনেকি বুলি বুঢ়ীক সুধিবলৈও ৰাজীৱৰ মন নগল। অলপ পৰৰ পিছত বুঢ়ী যাবলৈ ওলাল। ৰাজীৱে ছোৱালীজনীক সুধিলে, "নাম কি তোমাৰ?"

ছোৱালীজনীয়ে নামাতিলে। মুখখন সেমেনা সেমেনি কৰিলে।

"নকৱ কিয় নামটো তোৰ? কিনো লাজ কৰি দেখুৱাইছ?" বুঢ়ীয়ে নাতিনীয়েকক ধমকি দিলে।

"মামণি," ছোৱালীজনীয়ে মুখখন তললৈ কৰি কলে।

"বৰ ধুনীয়া নাম। টফি খাবা?"

মামণিয়ে নুবুজিলে নেকি, নামাতিলে। ৰাজীৱ সোমাই গ'ল ভিতৰলৈ। আৰু কেইটামান টফি আনি মামণিৰ হাতত দিলেহি। ৰাজীৱে এটা টফিৰ কাগজখন এৰুৱাই মামণিক দিলে। তাই লাজ লাজকৈ চাই মুখত ভৰালে। বুঢ়ীয়ে এইবাৰ হাঁহি হাঁহি নাতিনীয়েকক লৈ ওলাই গ'ল। ৰাজীৱে অলপ চিঞৰি কলে, "মামণি আহি থাকিবা দেই।" মামণিয়ে উভতি চাই হাঁহিলে।

পিছদিনা ৰাতি পুৱা শুই উঠি বিছানাৰ কাষত খিৰিকীখন মেলি ৰাজীৱে এবাৰ চম্পাকলিহঁতৰ ঘৰলৈ চালে। চম্পাকলিয়ে ঘৰৰ পিৰালিতে বহি পাৰবিলাকক চাউল দি আছিল। শুকুলা, মুগা, নানা বৰণীয়া পাৰ চৰাই জাক চোতালখনত ভৰি পৰিছিল। দৃশ্যটো ৰাজীৱৰ বৰ ভাল লাগি গ'ল। চাউল চটিয়াই শেষহোৱাৰ পিছত চম্পাকলিয়ে মূৰ তুলি চাই ৰাজীৱক দেখিলে। কিন্তু লাজ নকৰিলে। সহজভাৱে তাই হাঁহিলে। আৰু তাৰ পিছত ৰাজীৱৰ কোঠাটোৰ খিৰিকীখনৰ ফালে আগুৱাই আহিল।



"আমাৰ হাঁহ, পাৰ বোৰে আপোনাক আমনি কৰে নেকি?"

চম্পাকলিয়ে হাঁহি কলে। ৰাজীৱ অলপ অপ্ৰতিভ হৈ পৰিল। "নাই কি আমনি কৰিব। হাঁহবোৰ অৱশ্যে মোৰ ভাল নালাগে। ঘৰ লেতেৰা কৰে। পাৰবোৰ কিন্তু বৰ ভাল লাগে চাই। তোমালোকৰ এজাক পাৰ আছে, নহয়?"

"আমাৰ আটাইবোৰ আছে। হাঁহ, পাৰ, গৰু, ছাগলী, কুকুৰ, মেকুৰী আটাইবোৰ। গাৱঁলীয়া মানুহৰ ঘৰত এইবোৰ নাথাকিলেই নহয়।" চম্পাকলিয়ে ক'লে।

"পাৰবোৰক খুউৱা হ'ল। মই এতিয়া হাঁহবোৰ গৰালৰ পৰা উলিয়াই দিওঁগে। আমাৰ এইবোৰেই কাম, বুজিছে?"

চম্পাকলিয়ে হাঁহি হাঁহি খোজ ল'লে। চম্পাকলিৰ সহজ স্বভাৱটোৰ কথা ভাবি ৰাজীৱৰ ভাল লাগিল। গাৱঁৰ ছোৱালীবোৰ সঁচাই বৰ সৰল।

এদিন ৰাজীৱ আবেলি চম্পাকলিহঁতৰ ঘৰলৈ গ'ল। বাহিৰত কাকো নেদেখি ৰাজীৱে কি কৰিব ভাবোতেই চম্পাকলিৰ বাপেক ওলাই আহিল। বুঢ়াই বোধকৰো বাৰীত কাম কৰি আছিল। হাত ডুখন মাটি, বালিৰে লেতেৰা। ৰাজীৱক দেখি চম্পাকলিৰ বাপেক আনন্দত অধীৰ হৈ পৰিল।

"ডাক্তৰ বোপা দেখোন। আজি আমাৰ বৰ ভাগ্য। তোমাৰ ভৰিৰ ধূলি ঘৰত পৰিল।"

তাৰ পিছত বুঢ়াই ৰাজীৱক ভিতৰলৈ লৈ গ'ল। বগা বহল পিৰালিটো। চিকুনকৈ মচি থোৱা। পিৰালিৰ খুটা এটাত অপৰাজিতা লতা এদাল বগাই গৈছে। নীলা ফুলবোৰ পাতৰ মাজেদি তললৈ ওলমি পৰিছে। পাৰচৰাই কেইটামানে চোতালত পৰি থকা কিবা খুটি খুটি খাই আছে।

বুঢ়াই চিঞৰিলে, "আইমণিৰ মাক, বেগেতে চকীখন লৈ আহ। ডাক্তৰবোপা আহিছে।"

ৰাজীৱে ভিতৰৰ দুৱাৰখনৰ ফালে চালে। মাকৰ পৰিৱৰ্তে আইমণি ওলাই আহিল। চকীখন ৰাজীৱৰ ওচৰত থৈ হাতেৰে মোহাৰি দিলে। আইমণি চম্পাকলিৰ দৰে বগা নহলেও মৰমলগা। মুখখন শান্ত।

"ইয়ালৈ অহা আপোনাৰ দুসপ্তাহ হ'ল। আমাৰ ঘৰলৈ আৰু নাহিব বুলিয়েই ভাবিছিলো।" আইমণিয়ে হাঁহি ক'লে।

"সময় নাপাওঁ কাৰণেই আহিব পৰা না ছিলো। তাৰোপৰি ঘৰৰ পৰা আপোনালোকক অনবৰতে দেখিয়েই থাকো। সেই কাৰণেই মোৰ অহা হৈ উঠা নাই।"

ৰাজীৱ বহিল। বুঢ়াও মুঢ়া এটাতে বহি পৰিল।

"আইমণি, মাৰক তামোলৰ বটাটোৰে পঠাই দেগৈ যা। আৰু বোপালৈ চাহ-জলপান কৰগৈ।"

"চাহ জলপান কৰিব নালাগে। আৰু তামোলো খোৱা অভ্যাস মোৰ নাই।" ৰাজীৱে হাঁহি ক'লে।

"চাহ নোখোৱাকৈ যাব নোৱাৰে, কৈ দিছো।" আইমণি ভিতৰলৈ গ'লগৈ। চম্পাকলিৰ মাক ওলাই আহিল।

"আহিলা যে আজি, বৰ সন্তোষ পালো বোপা।"

বুঢ়ীয়ে হাঁহি এটা মাৰি ক'লে।

"মই অথনি মামণিৰ হাতত শাক দুদালমান আৰু নেমুটেঙা গোটাচেৰেক পঠিয়াইছিলো। পালা নে বোপা?"

"অ' হয় নেকি? মই ঘৰত নাছিলোৱেই, পদুমে ৰাখিব পায়। মোলৈ আপোনালোকে ইমান বস্তু পঠাই থাকে কিয়? এটা মানুহক খাবলৈ কিমান বস্তু লাগিছে।"

"তেনেকৈ কলে আমি আৰু বেয়াহে পাম। ঘৰৰে লৰা, তোমালৈ বস্তু এটা দিবলৈ নাপালে মনটো উচপিচাই থাকে।"



বুঢ়ীৰ কথাত ৰাজীৱৰ হাঁহি উঠিল। ৰাজীৱলৈ চাহ লৈ চম্পাকলি ওলাই আহিল। চম্পাকলিৰ গাত মুগাৰ ৰিহা মেখেলা আৰু এটা ডাঠ নীলা কপাহী ব্লাউজ। খুটাত বগাই যোৱা অপৰাজিতা ফুলবোৰৰ দৰেই গাঢ় নীলা। ৰাজীৱলৈ চাই চম্পাকলিয়ে মিচিকিয়াই হাঁহিলে। হাতৰ চাহৰ বাটিটো আৰু থালখন নমাই ৰাজীৱৰ সমুখৰ টুলখনত থ'লে। ৰাজীৱৰ চকু থাল খনলৈ গ'ল। দেখিলে, দুখন তিল পিঠা, দুখন ঘিলা পিঠা আৰু দুটা নাৰিকলৰ ৰসকৰা।

"ইমানবোৰ বস্তু উলিয়াইছা। খাব যে পাৰিম, আশা নাই।"

"ইস্, খাবই লাগিব। নাখালে এৰিম হব পায়।" চম্পাকলিয়ে লেনিয়াই ক'লে।

"তোমাৰ কাৰেণই এইবোৰ চঁপাই কৰিছে। নাখালে কেনেকৈ হ'ব বোপা?"

মাকৰ কথাত চম্পাকলিয়ে অলপো লাজ নকৰিলে। বৰঞ্চ ৰাজীৱহে গোটেইটো ৰঙা পৰি গ'ল। মাকৰ কথা কোৱাৰ ধৰনটো ৰাজীৱৰ ভাল নালাগিল। পিঠা এটা তুলি লৈ মুখত দিয়াৰ লগে লগে চম্পাকলি ভিতৰলৈ সোমাই গ'ল।

চম্পাকলিহঁতৰ ঘৰৰ পৰা ওভতোতে প্ৰায় গধূলিয়েই হবৰ হলহি। চম্পাকলিহঁতৰ ঘৰৰ আটাইবোৰে ৰাজীৱক পদুলি লৈকে আগবঢ়াই থলেহি।

তাৰ পিছত বহুতবোৰ দিন পাৰ হৈ গ'ল। এতিয়া ৰাজীৱৰ ঘৰলৈ চম্পাকলিহঁতৰ ঘৰৰ গোটেইবোৰেই আহি থাকে। ৰাজীৱৰ ফুলনিৰ ফুল চম্পাকলিয়ে ছিঙি লৈ যায়, খোপাত পিন্ধিবলৈ। চম্পাকলিহঁতৰ আটাইৰে ৰাজীৱৰ প্ৰতি আদৰ আৰু আশ্বাস দেখি

ৰাজীৱে হাঁহি সামৰিব নোৱাৰা হয়। তেওঁলোকৰ উদ্দেশ্যও ৰাজীৱৰ বুজিবলৈ বাকী নাথাকে।

আবেলি চাহ খাই উঠি ৰাজীৱে বাহিৰৰ বাৰান্দাতে বহি খবৰ কাগজ এখন চাই আছিল। হঠাতে পিছফালৰ বাটেদি হাঁহি হাঁহি চম্পাকলি সোমাই আহে।

"পিছফালৰ বাটেদি চোৰ সোমাই আটাইবোৰ বস্তু লৈ গ'লেও দেখোন আপুনি ক'ব নোৱাৰে।"

"চোৰে নিবলৈ মোৰ একো বস্তু নাই। সুদা মানুহটোহে।" ৰাজীৱে হাঁহি কলে।

"বস্তুবাৰী নাই বুলি বেজাৰ কৰিব লাগে কিয়? বিয়াখন কৰাই লওক, আটাইবোৰ হৈ যাব।"

"অ' বিয়াৰ কথা কৈছা? কৰাবতো লাগিবই। পিছে ছোৱালী বা ক'ব পৰা পাওঁ।"

চম্পাকলি লাজত ৰঙা পৰি গ'ল।

"কিয়, আপোনালোকৰ চহৰত কতবোৰ ধুনীয়া ছোৱালী আছে। ছোৱালীৰ কিবা আকাল হৈছেনে দেশত?"

"সেয়েতো মস্কিল। এজনীক বিয়া কৰাব খুজিলে আন এজনীয়ে আকৌ মুখ ওফোন্দাব নহয়।"

ৰাজীৱে চম্পাকলিক জোকাই লবৰ মনেৰে কথাষাৰ ক'লে।

"আনে বেয়া পাব বুলি ভাবিবলৈ গ'লে আপোনাৰ আৰু এই জীৱনত বিয়া কৰোৱাই নহব।"

"নকৰালে কিনো বেয়া হ'ব চম্পাকলি?"

"কিয় বেয়া নহব। ঘৰখন চাব চিতিবলৈকে এজনী লাগে নহয়।"

"তুমিতো আছা। তুমিয়েই দেখোন চাব পাৰা।"

ৰাজীৱৰ কথা শুনি চম্পাকলিয়ে লাজত সিফালে মুখ কৰিলে।



আৰু ৰাজীৱেও লৰালৰিকৈ খবৰ কাগজত মন দিবৰ চেষ্টা কৰিলে। অলপ পিছতে মূৰ দাঙি ৰাজীৱে দেখিলে, হাতত গোলাপ এথোপা লৈ চম্পাকলি ফুলনিৰ পৰা ওলাই আহিছে।

"তোমাৰ পৰা ফুল দুপাহ মানো ৰাখিব নোৱাৰি। এনেকৈ হ'লে তুমি আৰু কি ঘৰ চাবা। ঘৰ গুছাই বাঁহতলহে কৰিবা যেন পাইছো।" ৰাজীৱে ক'লে।

"নহয়, মই এয়া আপোনাৰ ফুলদানীত থবলৈহে আনিছোঁ।" চম্পাকলিয়ে অভ্যস্ত গৃহিণীৰ দৰে ৰাজীৱৰ কোঠালৈ সোমাই গ'ল আৰু অলপ পৰৰ পিছত হাতত এখন ফটো লৈ ওলাই আহিল।

"এইখন কাৰ ছবি, আপোনাৰ বিছনাতে আছিল।" চম্পাকলিয়ে উৎসুক হৈ ক'লে।

"তুমি কাৰ বুলি ভাবিছা?"

"আপোনাৰ ভনী কি জানি। দেখিবলৈ হ'লে বৰ ধুনীয়া দেই।"

"মোৰ ভনীয়েই নাই।"

"তেনে হ'লে কাৰনো?"

"ওচৰলৈ আঁহা মই ক'ম।" চম্পাকলি ৰাজীৱৰ কাষলৈ আহিল।

"এই ছোৱালীজনীক মই বিয়া কৰাম বুজিছা। আমি বহুত দিনৰে পৰা দুয়ো দুয়োকে ভাল পাওঁ। অহা বহাগতে আমাৰ বিয়া হ'ব। ছোৱালীজনীৰ নাম অনুৰাধা।"

চম্পাকলিৰ মুখখন শেতা হৈ গ'ল।

"আপুনি মিছাইকৈ কৈছে।"

"কিয় মিছাকৈ কম। সঁচা কথা।" ৰাজীৱে ক'লে।

"মোক তেনে ইমান দিনে কোৱা নাছিল কেলেই?"

"কলেনো কি হ'লহেতেন?"

"মই আপোনাৰ ঘৰলৈ নাহিলোহেঁতেন। এতিয়া মানুহে কত

কথা ক'ব।" চম্পাকলিৰ চকুৰ পানী ওলাই আহিল। ৰাজীৱে হতভম্ব হৈ চকীখনতে বহি থাকিল।

"আপুনি মোৰ লগত তেনেহলে কিয় ইমান দিনে ধেমালি কৰিলে ?"

"ধেমালি মই কোনোদিন কৰা নাই। আৰু তোমাক বিয়া কৰাম বুলি মই কোনো দিনে আশাও দিয়া নাছিলো। তুমি মোক ভুল বুজিলা।"

ৰাজীৱৰ খং উঠি আহে।

"আপোনাৰ ঘৰলৈ আজিৰ পৰা নাহো। আপুনিও আমাৰ তালৈ ন'গলেই মই ভাল পাম।"

চম্পাকলিয়ে গোলাপফুল থোপা আৰু ফটোখন চকীখনতে থেকেচা মাৰি থৈ পিছফালৰ বাটেদি বেগাই গুছি যায়গৈ। ৰাজীৱে অঁকৰাৰ দৰে বহি থাকে বহুত পৰ। অনুৰাধাৰ ফটোখন চকীৰ পৰা তুলি লৈ এবাৰ চায়। ডাঙৰ ক'লা চকুজোৰেৰে সৈতে অনুৰাধাই ৰাজীৱলৈ চাই হাঁহি আছে। ৰাজীৱৰ মনটো হঠাতে গধুৰ হৈ আকৌ পাতল লাগি গ'ল। মনতে ভাবিলে, আজিয়েই মাকলৈ চিঠি লিখিব লাগিব, বিয়াৰ তাৰিখ ঠিক কৰিবলৈ।

......ৰাজীৱে এবাৰ ফুলনিখনলৈ চালে। গোলাপবোৰ উপচি ফুলিছে। কিয়নো কালিৰে পৰা চম্পাকলিয়ে ফুল ছিঙিবলৈ অহা নাই। আনকি মামণিকো পঠোৱা নাই। ৰাজীৱৰ হাঁহি উঠিল। ভালেই হৈছে, ফুলজোপাই ফুলিবলৈ সকাহ পাইছে অলপ। কিবাকিবি ভাবি ৰাজীৱ বহি থাকিল। অলপ পিচতে হাতত চাহ একাপ লৈ পদুম আহিল।

"ককাইদেউ, এই কেইদিন দেখোন চটাই পাখৰী জনী অহা নাই। কিবা গপ লাগিল নেকি ?"

পদুমৰ কথাত উত্তৰ নিদি ৰাজীৱে চাহৰ কাপত মুখত দিয়ে।



"হওঁক তেও। মোৰ ফুল কেইজোপাই অলপ ৰক্ষা পাইছে। মই জানিবা সিহঁতৰ কাৰণেহে ফুলবোৰ ৰুইছো। কথা নাই, বতৰা নাই, ঘপ ঘপকৈ আহি এবোজা ফুল ছিঙি লৈ গুছি যাব। এনেনো নাচনী ছোৱালী—এটা নহয় দুটাকৈ ডেকা লৰা ঘৰখনত আছো, আহিবলৈ লাজো নালাগে। থুই কটা।" পদুমে ভোৰভোৰাই ভিতৰলৈ যায়গৈ।

চাহ কাপ শেষ কৰি ৰাজীৱে চম্পাকলিহঁতৰ ঘৰৰ ফালে চালে। ঘৰটো নিজান। মুগাবৰণীয়া পাৰ এজোৰ ছালত পৰি আছে। মামণি বাহিৰলৈ ওলাই আহিছিল। ৰাজীৱক আগফালে দেখি আকৌ ভিতৰ সোমাই গ'ল। তাৰ ফালে চাই নাহাঁহিলে। বোধ-কৰো মাহীয়েকে মানা কৰি দিছে। কথাটো ভাবি ৰাজীৱে আকৌ এবাৰ এনেয়ে হাঁহিলে।

# ভুল ঘাটৰ নাও

**নীল** দিগন্তৰ বুকেদি সৰল ৰেখাৰ দৰে এজাক বগলী উৰি গ'ল। কোনোবা সদ্যস্নাতা গাভৰুৰ কপালৰ কেচা সেন্দুৰৰ ফোটটোৰ দৰে ৰঙা হৈ বেলিটো হাঁহি হাঁহি এইমাত্ৰ বুৰ গ'ল। আৰু বেলিৰ ৰঙা ৰ'দে ফাকু সানি থৈ যোৱা নৈৰ পানীবোৰত সৰু সৰু ঢৌ উঠিল। পানীৰ কলহটো লৈ নৈৰ গড়াইদি পাহি উঠি আহে। গোটেই দিনটো কাম কৰি কৰি পাহি ভাগৰি পৰিছিল। এনেয়ে তাইৰ খং উঠি আহে। এতিয়াও ঘৰখনৰ কতবোৰ বন পৰি আছে। তাইৰ বাহিৰেতো আন এটা প্ৰাণী এইখন ঘৰত নাই, যি তাইক অলপ সহায় কৰিব। শাহুৰেকে ৰাতিপুৱাৰে পৰা ৰাতি এপৰলৈকে তাইৰ ওপৰত হুকুম চলোৱাৰ বাহিৰে একো নকৰে। নন্দেক মালতীও জানো কম। গোটেইখন ঘৰৰ কাম নবৌৰেকৰ মূৰতে দি আলিবাটত চালি ধৰি ফুৰিব। ওচৰৰে আইজনী, মাখনীহঁতৰ ঘৰে ঘৰে তামোল খাই খাই মেল মাৰি ফুৰিব। আৰু ঘৰলৈ আহি টোপনি ধৰিছে বুলি ফুট গধূলিতে বিছনাত উঠিব। ইমানজনী ছোৱালী এগছ কুটা দুগছ নকৰে। তাতঁখনত এমোৰ মাৰিব নাজানে, ফুলবছা দূৰতে থক। পাহিয়ে কোলাত কেচুৱা লৈ ভাত-পানী ৰান্ধে। মালতীয়ে আন নহলেও শাক-পাচলি কিটাকে কুটা-বছা কৰি দিলেও পাহিয়ে তৎ পালেহেঁতেন। কেতিয়াবা পাহিয়ে যদি সেইবাবে মালতীক একাষাৰ শুনায়, মালতীয়ে উচাত মাৰি কয়, "দিনৰ দিনটো পকা ৰদত পথাৰত ধান দাইছো। এতিয়া ভাত-পানীও মইহে ৰান্ধিব লগা হল নেকি ?"

'পথাৰলৈ অকল তুমিহে গৈছানে? আমি জানো ঘৰত বহি আছো।'

"যাবই লাগিব—বোৱাৰী খাটিবলৈ আহিছিলা কিয় তেনে ?



ঘৰত বহি খাবলৈ পাবা নেকি ?" মালতীয়ে ৰুক্ষ সুৰত কথাষাৰকৈ আতঁৰি যায়। অলপ দূৰৰ পৰা পাহিয়ে শুনাকৈ আকৌ ভোৰ-ভোৰায়, 'বৰ মানুহৰ জীয়েক ওলাইছে। কাম কৰিব নোৱাৰে যদি লগত বান্দী দুজনীমান অনাহলেও চোন হয়।' পাহিৰ কাণত কথাষাৰ ঠহৰকৈ পৰেহি। তাই একো নামাতে। আৰু এষাৰ কবলৈ যোৱা মানে মালতীৰ চিঞৰ বাখৰ কিছুমান শুনা। পাহিৰ হাঁহি উঠে। মালতীয়ে পথাৰৰ কাম কিটা মাত্ৰ কৰে। মানে দিন পৰিলে শালিধানৰ ৰোৱাতলীলৈ যায় আৰু কাতি আঘোন মহীয়া ধানকেটা দায়। সেই কামটো পাহিয়েও সদায় কৰে।

ভাত পানী ৰান্ধি বাঢ়ি, খাইবৈ কাঁহি-বাটি ধুই, মাজিয়া মচি তামোল এখন মুখত ভৰাই যেতিয়া পাহি ওলাই যায় পথাৰলৈ, তাই দেখে মালতী আৰু আইজনীহঁতক। ধান দাবলৈ এৰি একাষৰ বঁকিয়াটোত বহি ধনবৰ আৰু পদুমহঁতৰ লগত চুপতি মাৰি মাৰি ৰবাব টেঙা আৰু তামোলৰ শ্ৰাদ্ধ কৰিছে। পাহিয়ে নেদেখা ভাও জুৰি কাষেদি পাৰহৈ ধানৰ মাজত সোমাইগৈ। মালতীয়ে তাইক শুনাই কয়, 'নবৌৱে যে পথাৰলৈ অলপো সোনকালে আহিব নোৱাৰে। লৰাৰ আল মাৰোতে বেলি পৰিবৰে হয়।' আইজনীহঁতে হাঁহে। পাহিৰ খঙো উঠে, হাঁহিও উঠে। দুবছৰীয়া লৰা পোনাকণৰ আল মৰা দূৰৰ কথা তাক দেখোন মনভৰি একোলা লবলৈও দিনটো সময় নাই। পথাৰৰ পৰা উভতি যেতিয়া বেলি পৰিবৰ সময়ত ঘৰ পায়হি, পোনাকণৰ দুৰৱস্থাৰ তেতিয়া সীমা নাই। ওচৰৰ লৰাৰ লগত ধূলি বালিত লেটিলৈ গোটেইটো চাব নোৱৰাহৈ পৰিছে। আকৌ তাক নৈ লৈ লৈগৈ ধুৱাই পখলাই চাফচিকুণ কাপোৰ পিন্ধইহে তাই জা-জলপান কৰিবলৈ ৰান্ধনি ঘৰত সোমায়। ইফালে পথাৰৰ পৰা আহি সময়মতে খাবলৈ নাপালে বিনোদ খঙত একোনাই হব। মালতীয়ে যেতিয়াই তেতিয়াই তাইক খোচাদি কথা এটা কব'ই।

পাহিৰ অসহ্য লাগে। আইজনীহতৰ ফালে চাই হাঁহিবলৈ চেষ্টা কৰিও তাই নোৱাৰিলে। মুখখনে বিকৃতৰূপ এটাহে ললে। সোণালী ধানৰ ঠোকবোৰ কাঁচিখনেৰে খচ্ খচ্‌কৈ কাটি যায় পাহিয়ে। বেলিৰ চোকা ৰ'দত মুখখনে তাইৰ পকা সুমথিৰাৰ বৰণ লয়। কপালত ওলমা ঘামৰ টোপাল বোৰ হাতেৰে মচি মচি পাহিয়ে ধান কাটি থাকে। তাৰ পিচত বেলি পৰিবলৈ অলপ পৰ থাকোতে ঘৰলৈ ওভতে তাই। ঘৰলৈ আহি দেখে মালতীয়ে বান্ধনী ঘৰত বিনোদক চাহ দিছে। ওচৰতে পোনাকণ। পাহি অবাক হয় মালতীৰ আচৰণত। আজি দেখোন তাইৰ ওপৰত মালতীৰ শুভদৃষ্টি পৰিছে। বিনোদ ওলাই আহে। 'জা-জলপান খালা নেকি তুমি?' পাহিয়ে সোধে। 'কি কৰিছিলি ইমান পৰ পথাৰত? মালতী আহি চাহ কৰিলতহে হৈছে।' 'পথাৰত বিহুমাৰিবলৈ যে যোৱা নাছিলো, নিশ্চয় জানা।' কব নোৱৰাকৈয়ে পাহিৰ মুখৰ পৰা কথাষাৰ ওলাই আহিল খণ্ডত। পথাৰত কি কৰিছিলে—ইমানপৰে বিনোদে নাজানে নেকি—আকৌ যে বেলেগে সুধিব লাগে। পাহিয়ে উচাত মাৰি সোমাই যায় ভিতৰলৈ। তাৰ পিচত তাই কলহটো লৈ নৈৰ ঘাটলৈ খোজ লয়। নৈৰ পাৰখন তেতিয়া নিজম। পাহিৰ মন যায় অলপ পৰ বহি যেন ইয়াতে তাই জিৰণি লব। ঘৰখনৰ অশান্তিময় পৰিবেশটোৰ পৰা আতঁৰি থাকিব। কিন্তু সময় ক'ত? সন্ধ্যা লাগিবই এতিয়া। কিমানবোৰ যে কাম পৰি আছে। লৰালৰিকৈ পানী কলহ ভৰাই তাই গড়াইদি উঠি যায়। বেলিটো বাঁহনিডৰাৰ সিফালে সেন্দুৰৰ ফোঁটটোৰ দৰে ৰঙাহৈ বুৰি যায়। সৰলৰেখাৰ গতিৰে উৰি যোৱা বগলীৰ জাকটোও নেদেখাহৈ গৈছে সুদূৰত।

পাহিয়ে পানী কলহ থওঁতেই পোনাকণে দৌৰি আহি সাৱতি ধৰেহি। 'পোনাকণ তোৰ টোপনি ধৰিছে নেকি? বল শুই থাকিবি। দিনটো ধূলি বালিলৈ গোটেইটো চাবনোৱৰাহৈ আছ।'



তাই পোনাকণক ভৰি হাত ধুৱাই ভিতৰলৈ লৈ যায়। বিছনাত তুলি দিয়াৰ লগে লগেই সি শুই পৰে। খিৰিকীখন বন্ধ কৰিবলৈ বুলি পাহি উঠি আহে। শুক্লা-ত্ৰয়োদশীৰ জোনটো তেতিয়া আকাশত জিলিকি উঠিছে। তেতেলি জোপাৰ চিৰিলি চিৰিলি পাতবোৰৰ মাজেদি ভুমুকিয়াই জোনটোৱে হাহেঁ। বগা জোনাকবোৰে আহি বিছনাত শুই থকা পোনাকণৰ মুখত লুকাভাকু খেলেহি। টোপনিতে সি অকণমান হাঁহে। পাহিয়ে পোনাকণলৈ চাই থাকে অপলক ভাৱে। তাইৰ বগা মুখখন জোনাকত কৰুণহৈ পৰে। চকুকিটা সেমেকি উঠে। খিৰিকীখনৰ কাষতে তাই বহি পৰে। সন্ধিয়াৰ নীৰৱতা খিনিয়ে পাহিক বৰ বেছি কাতৰ কৰি তোলেহি। জোনাকৰ বগা পোহৰৰ মাজত যেন তাই দেখে দুখন অতি চিনাকীমুখ। এখন ৰূপহৰ। আৰু আনখন সঞ্জীৱৰ। পাহিৰ মনটো উৰি যায় চাৰিবছৰৰ আগলৈ। দিখৌৰ পাৰৰ তাইৰ চিৰসেউজীয়া গাওঁখনলৈ মনত পৰে। বশিষ্ঠ গঙ্গাৰ নীলা পানীবোৰ, পাৰ উপচি থকা থোৰালি চেকীয়াবোৰ আৰু বেঙুনীয়া ফুলেৰে ভৰা এজাৰ গছবোৰৰ ছবিয়ে পাহিৰ মনটো বেদনা বিহবল কৰি তোলে।

ইয়াৰদৰে তাতো তাই আঘোণমহীয়া কেঁচা সোণবৰণীয়া পথাৰলৈ ধান দাবলৈ গৈছিল। কাষত ভৰা কলহলৈ দিখৌৰ পৰা পানী আনিছিল। বিহুৰ গামোছাত প্ৰাণ ঢালিদি খৰিকাজাঁই বাবৰি বাচিছিল। কিন্তু সেইটো জীৱনততো আজিৰ দৰে আড়ষ্টতা নাছিল। আজিৰ দৰেতো তাই বন্দিনী নাছিল। একেই জীৱন, অথচ কিমান বেলেগ। আঘোণমাহৰ মিঠা চোকাৰদ পিঠিত পেলাই তাই কেতেকী, প্ৰমিলাহঁতৰ লগত ধানৰ মাজত হাতত কাচিলৈ পখিলা ঘুৰাদি ঘুৰিছিল। খোপাত বতৰৰ তগৰ গুজি, তাঁত শালৰ গৰকাত ভৰিদি তাই গোটেইজনী আনন্দেৰে ৰাঙলীহৈ পৰিছিল। ৰিহাৰ কলপতীয়া কেচ বতাহত নচুৱাই দিখৌৰ ঘাটলৈ চপল ভঙ্গীৰে গৈছিল পানী

আনিবলৈ। নৈৰ ঘাটৰ থেৰেজুজোপাৰ পৰা লেনিয়াই মতা কুলিটোক তাই শিঞাৰি দিছিল কুউ কুউকৈ। আৰু নৈৰ গড়াৰ জুই বৰণীয়া মদাৰৰ ৰঙৰ লগত প্ৰতিযোগিতা কৰি আৰু বেছি সেন্দুৰীয়াহৈ দিখৌৰ ইপাৰে বুৰি যোৱা বেলিটোলৈ চাই তাই ভাবুকহৈ পৰিছিল। সেইটো জীৱন এটা মধুৰ ক্ষণিক সপোন। এতিয়াৰ যিটো নীৰস, প্ৰাণহীন জীৱন, সিহে মাথোন সঁচা। বাকী আটাইবোৰ মিছা— অসত্য।

পানী নিবলৈ নৈৰ ঘাটলৈ আহি এদিন তাই বহুত পৰ নৈৰ ঘাটত বহি আছিল। নাও বাই অহা ৰূপহে তাইক দেখি হঠাতে নাওখন সিহঁতৰ ঘাটত লগাই নামি আহে পাহিৰ কাষলৈ। ৰূপহৰ লগত সদায় তাই কথা পাতিছে। কিন্তু সেইদিনা তাৰ আৱেগভৰা চুচকুত যেন বহুত কাতৰতা দেখি পাহি অবাকহৈ পৰিছিল। তাইক হঠাতে বৰ বেছি আচৰিত কৰি ৰূপহে কৈ পেলালে সি তাইক ভাল পায়। আজি বহুতদিন ধৰি ভালপাই আহিছে। সি তাইৰ পৰাও এমুঠি মৰম বিচাৰে। পাহি বঙা পৰি যায় ৰূপহৰ কথাত।

'মইতো কাকো বেয়া নাপাওঁ। মই, আই আৰু পিতাইক ভাল পাওঁ। এই ৰঙা মদাৰ ফুলবোৰ ভাল পাওঁ, দিখৌ নৈ খনক ভাল পাওঁ। সৌ দূৰত মাৰযোৱা সেন্দুৰীয়া বেলিটো ভাল পাওঁ। আকাশেদি উৰি যোৱা চৰাইজাক ভাল পাওঁ, তোকো বেয়া নাপাওঁ।" পাহিয়ে সৰু ছোৱালী এজনীৰ দৰে কয়।

'নহয় পাহি! সকলোকে ভালপোৱাৰ দৰে মোক নিশ্চয় নাপাৱ।'

'জানো তোৰ কথা মই একো বুজা নাই।' পাহিয়ে কলহটোলৈ নৈ গড়াইদি উঠি যায়গৈ। উদাস দৃষ্টিৰে ৰূপহে তাইলৈ চাই থাকি নাৱত উঠেগৈ।

গছবোৰ ৰঙচুৰা ফুলেৰে ভৰা, পথাৰবোৰ উজ্বল সোণালী ধানৰ



বৰনেৰে উজলা, মানুহৰ মুখবোৰ সৰল আনন্দৰ প্ৰশান্তিয়ে দীপ্তিময়, সেইখন গুৱনী গাৱঁৰে মুকলি বতাহত ডাঙৰ হোৱা ডেকা ৰূপহ। তাৰ কৰ্ম্মঠ বাহুজুৰিত প্ৰভূত শক্তি আছে, তাৰ পুৱঠ ৰঙা গাল দুখনত জীয়াই থকাৰ লক্ষণ আছে; মানসিক স্বাস্থ্যৰ লক্ষণ আছে। কপালৰ ঘাম মাটিত পেলাই সি নাঙলৰ শিৰলিৰে ধৰাৰ বুকুত সোণৰ ফুল ফুলাব পাৰে।

একমাত্ৰ বুঢ়া বাপেকেই ৰূপহৰ জীৱনৰ অতি আপোনজন। ৰূপহে হালবায়, ধানৰোৱে, ধান পকিলে চপাই আনি ভড়ালত লখিমী ওপচায়। সদায় হাঁহিৰ ৰৌজাল তাৰ জীৱন। দুখ কাক বোলে সি তাক নাজানে। তথাপি কিয় জানো তাৰ অন্তৰমনে কেতিয়াবা কান্দি উঠে জীৱনত কাৰোবাক অতি আপোন কৰি লবলৈ। ৰূপহে এদিন বুজি উঠিলে সি পাহিক ভাল পাইছে। সি ঠিক কৰি পেলায় পাহিক সি বিয়া কৰাব, তাৰ সৰু সংসাৰখন পাহিয়ে নকৈ গঢ়ি তুলিব। দুপৰৰ চোকা ৰ'দ পিঠিতলৈ পথাৰৰ কাম কৰি সি যেতিয়া ঘৰলৈ উভতি আহিব, তেতিয়া পাহিয়ে তালৈ মজিয়াত ভাতৰ কাঁহি সজাই বৈ থাকিব। ঘৰদুৱাৰবোৰ পাহিয়ে মচি-কাচি ৰঙা কৰি ৰাখিব। বাৰীৰ লাই-লফা, ধনীয়া কিডালে পাহিৰ যতনত ঠন ধৰি উঠিব, গৰু-ম'হ কিজনীয়ে পেট ভৰাই ঘাঁহ পাত খাবলৈ পাব আৰু তাৰ বাগিছাৰ তগৰ, খৰিকাজাঁই কিজোপা পাহিৰ হাতৰ কোমল পৰশত হাঁহি হাঁহি ফুলিব।

ৰূপহে পাহিৰ মন লবলৈ কেইবাদিনো যত্ন কৰিলে, কিন্তু বিফল হ'ল। পাহিৰ আচাৰ ব্যৱহাৰ দেখি তাক ভাল পায় বুলি কেতিয়াবা ৰূপহে ভাৱে। কিন্তু পাহিয়ে তাক স্পষ্টকৈ কৈ নিদিয়ে। গুৰুজনাৰ তিথিত পতা 'অভিমন্যু বধ' নামৰ ভাওনা খনত ৰূপহে যেতিয়া অভিমন্যুৰ ভাও লৈছিল, তেতিয়া যুদ্ধত অভিমন্যুৰ মৃত্যু হোৱা দৃশ্যটোত পাহিয়ে চকুপানী টুকিছিল বুলি ওচৰৰে প্ৰমীলাই ৰূপহক

কৈছিল। বিলত জাকৈ বাওঁতে, নৈৰ ঘাটত পানা আনিবলৈ যাওঁতে, পথাৰত ধান দাওঁতে লগৰ প্ৰমীলা, কেতেকীহঁতে পাহিক তাৰ লগত জোকাই নামগোৱা সি নিজেই শুনিছে। তথাপি সি পাহিৰ মনোভাৱ নুবুজে। অৱশেষত ৰূপহে এদিন পাহিক নিজেই স্পষ্ট ভাৱে সুধিলে। পাহিয়ে নুবুজাৰ ভাও ধৰি গুচি গ'ল। ৰূপহৰ এবুকু মৰমক নেওচাদি পাহি নীৰৱহৈ ৰ'ল।

ইয়াৰ পিছতে পাহিয়ে লগ পালে সজীৱক। সজীৱ চহৰৰ ডেকা। পাঁহিহঁতৰ ঘৰৰ কাষৰে মৌজাদাৰণীৰ বায়েকৰ লৰা। মৌজাদাৰৰ ঘৰলৈ আবেলি কিবা সকামত গৈছিল পাহি। নিজান ঘৰটোৰ আগফালে বাৰাণ্ডাত বহি সজীৱে কিবা কিতাপ এখন পঢ়ি আছিল। অচিনাকী মানুহ এজন দেখি পাহিৰ সঙ্কোচ হয়। সজীৱে ভৰিৰ খোজত মূৰ তুলি চাই লাহেকৈ হাঁহিলে। পাহি অপ্ৰস্তুতহৈ পৰিল। কি কৰিব ভাৱোতেই সজীৱৰ মাহীয়েক ভিতৰৰ পৰা ওলাই আহিল।

'অ' পাহি চোন। আজিকালি আমাৰ ঘৰলৈ আহিবলৈ এৰিলি কিয়?'

'কিয় মইতো যোৱা সপ্তাহত আহি গৈছো মাহাদেউ।' পাহিয়ে কথাষাৰকৈ সঙ্কোচ ভাঙিবৰ চেষ্টা কৰে। মাহীয়েকে তলমূৰ কৰি কিতাপ পঢ়ি থকা সজীৱলৈ চাই হাঁহি কলে—'সজীৱ পাহিৰ লগত চিনাকী নহৱ জানো?' সজীৱে মূৰ দাঙি চালে। মাহীয়েকে পাহিক কলে, 'বুজিছ পাহি, সজীৱ পৰহি মাত্ৰ আহিছে, আজি যাওঁ যাওঁ কৰিলেই! কোনো লগ নাই কাৰণে তাৰ হেনো ইয়াত থাকি ভাল লগা নাই। সজীৱ থকা কিদিন তয়ে আহি থাকিবিচোন। তাৰ মনটোকে ভাল লাগিব।' সজীৱৰ মাহীয়েকে কথাষাৰ সহজ ভাৱেই কৈছিল। পাহি গোটেইজনী এনেয়ে লাজত ৰঙা পৰি গ'ল। তাৰ পিচত মাহীয়েকে আকৌ সজীৱক ক'লে—'সজীৱ তই আজি



দিনটো সোমাই আছ। পাহিৰ লগতে অলপ ওলাই যা। আমাৰ গাওঁখন ভালকৈ চাই আহিবি।' সজীৱে এইবাৰো উত্তৰ নিদিলে। 'পাহিতো ঘৰৰে ছোৱালী, লাজ কৰিবলৈ কি আছে।' 'মই লাজ কৰিছো বুলি ভাৱিলা কিয়? তেওঁ যাবলৈ আপত্তি নকৰিলে মই নিশ্চয় যাব পাৰো।' সজীৱে কিতাপখন বন্ধ কৰিথৈ মাহীয়েকৰ মুখলৈ চালে। প্ৰথমবাৰৰ কাৰণে পাহিয়ে সজীৱক কথা কোৱা শুনিলে। মাতটো ধুনীয়া। কোমল আৰু সংযত। সজীৱৰ মুখখনো মাতটোৰ দৰেই সুন্দৰ আৰু শান্ত। পাহি আৰু সজীৱলৈ দুকাপ চাহ আনিবলৈ মাহীয়েক ভিতৰলৈ গল। সেইখিনি সময় দুয়ো নীৰৱে থাকিল। পাহিয়ে বুজিলে আন বহুতো লৰাৰ দৰে সজীৱ নহয়। কথা খুব বেছি কমকৈ কয়। পাহিৰ চকুৱে চকুৱে পৰিলে পৰিস্থিতিটো সহজ কৰিবৰ কাৰণে অলপকৈ হাঁহি দিয়ে। পাহিৰ অলপ অস্বস্তি লাগিল।

চাহ খাই পাহি আৰু সজীৱ ওলাই গ'ল। নৈৰ পাৰৰ ওখ বাটটোৰেদি সিহঁতে খোজ ল'লে। তেতিয়া বেলি পৰিবৰে হ'ল। পশ্চিমৰ আকাশখনে টেঙেচি ফুলৰ বৰণ লৈছিল। দিখৌৰ পানীত তাৰে বোল পৰিছিলহি। পাহিয়ে ক'লে—'আকাশখনৰ ৰংটো বৰ ভাল লগাহৈ পৰিছে নহয়? মাৰ যোৱা বেলিটোৱে ক'ৰপৰাথে ইমান ধুনীয়া ধনীয়া ৰংবোৰ আকাশক দিয়ে।'

'মোৰ কিন্তু আকাশ খনতকৈও এই হালধীয়া সৰিয়হৰ ফুলৰ পথাৰখন বেছি ভাল লাগিছে।' সজীৱে ক'লে।

'যাব নেকি তালৈ? বলক মই লৈ যাম।' পাহি আৰু সজীৱ ওখ বাটটোৰ পৰা নামি পথাৰলৈ আহিল। 'ইয়াত পখিলাও বহুত আছে। সিহঁত ফুলৰ বৰণৰ লগত মিলি থাকে। চাব দেই, মই উৰাই দিম।' পাহিয়ে হাঁহি হাঁহি সৰিয়হ ফুলবোৰৰ মাজলৈ সোমাই গ'ল। পাহিৰ ভৰিৰ শব্দত এজাক সৰু সৰু হালধীয়া পখিলা উ

গ'ল। পাহিয়ে সৰু ছোৱালী এজনীৰ দৰে সিহঁতক ধৰিবলৈ পাছে পাছে গ'ল। সজীৱ ৰৈ থাকিল। অলপ পৰৰ পিচত তাই উভতি আহিল। 'ব'লক যাও এতিয়া।' দুয়ো আকো খোজ ললে।

বহুত সময় ফুৰি নৈৰ পাৰৰ বাটেদি সিহঁত উভতি আহিল। তেতিয়া বেলি মাৰ গ'ল। সন্ধিয়াৰ পাতল ছাঁ পৰি নৈৰ পানীবোৰ কজলা হৈ উঠিছিল। সজীৱে গোটেই বাটটো কথাই কোৱা নাছিল। পাহিয়ে এবাৰ সুধিলে 'আপুনি কি পঢ়ে, মই এতিয়ালৈকে সোধাই নাই।' 'এম. এ.' সজীৱে পাতলকৈ হাঁহি ক'লে।

'এম. এ. ত কি পঢ়িব লাগে?' পাহিৰ সৰু ছোৱালীৰ দৰে প্ৰশ্ন শুনি সজীৱে হাঁহিলে। 'যেয়ে যি ভাল পায় তাকে পঢ়ে।'

'আপুনি কি ভালপায়?'

'ইতিহাস।' সজীৱে চুটিকৈ কৈ থলে।

'তেনেহলে আপুনি ইতিহাস পঢ়ে নহয়? আমি সৰুতে পঢ়া বুৰঞ্জীৰ দৰে আপোনালোকৰ বুৰঞ্জীতো কেৱল ৰজা-মহাৰাজাৰ কথাই থাকে নেকি? আমাৰ নিচিনা মানুহৰ কথা নাথাকে? "তাহানি-খনতেই মৰি মৰি হাড়ত বনগজা ৰজাবোৰৰ কথাহে থাকে। বৰ নীৰস নহয়?" সজীৱে পাহিৰ মুখলৈ চাই কলে। পাহিয়ে একো নামাতিলে। সিহঁতৰ কাষেদি ৰূপহ পাৰহৈ গ'ল। পাহিলৈ চাই ৰূপহে অৰ্থপূৰ্ণ হাঁহি এটা মাৰিলে। পাহিয়ে লাজ আৰু অপমানত ৰঙা পৰি গ'ল। সজীৱে কিন্তু একো বুজি নাপালে।

দুয়ো আগুৱাই গ'ল নৈৰ পাৰৰ নিজান বাটটোৱেদি। মৌজাদাৰৰ ঘৰৰ কাষ পাই পাহিয়ে ক'লে, "আপুনি যাওঁক দেই। আমাৰ ঘৰলৈ কাইলৈ যাব লাগিব কিন্তু!"

'নিশ্চয় যাম।' সজীৱে ক'লে।

'অ তোমালোকৰ ঘৰ কোন খিনিত, ন'কলা যে। মই কেনেকৈ চিনি পাম।'



'মই লৈ যামহি বাৰু। আপুনি চিন্তা নকৰিলেও হব।' পাহিয়ে হাঁহি হাঁহি খোজ ল'লে। অলপ দূৰৰ পৰা তাই এবাৰ উভতি চালে। পদুলিমুখৰ নাৰিকল গছবোৰৰ মাজেদি সজীৱ নেদেখাহৈ গৈছে। পাহিৰ মনটো গধূৰ লাগিল। এদিনৰ চিনাকীতে সজীৱক বাৰু তাইৰ কিয় ইমান ভাল লাগি গ'ল। পাহিয়ে ভাৱি নিজেই আচৰিত হয়।

গোটেই নিশা তাইৰ টোপনি নাহিল। সজীৱৰ কথা যিমানেই পাহৰিবলৈ যত্ন কৰিলে, সিমানেই তাইৰ মনটো বেদনাৰে ভৰি পৰিল। ৰাতিপুৱা শুই উঠি তাই সহজ হবৰ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে। আবেলি ঘৰৰ সকলো কাম শেষ কৰি পাহিয়ে সজীৱৰ ওচৰলৈ যাবলৈ ওলাল। কলপতীয়া আচুৰ ফুলাম আচলৰ চাদৰখন গাত মেৰিয়াই পাহিয়ে মাককৈ ওলাই আহিল। পিৰালিৰ ঢাপতে থকা ইন্দ্ৰমালতী জোপাৰ পৰা দুপাহমান ফুল ছিঙি তাই খোপাত গুজি ল'লে। সজীৱে সৰিয়হ ফুলৰ হালধীয়া ৰঙটো ভালপায়। ইন্দ্ৰমালতীও হালধীয়া। পাহিয়ে মনতে এবাৰ ভাৱিলে। তাৰপিচত বেগাই খোজদি তাই আলিবাটত উঠিলহি।

মৌজাদাৰৰ ঘৰত পাহিয়ে বাহিৰত কাকো নেদেখিলে। ঘৰখন বৰ নিজম পৰি আছে। তাই ভিতৰলৈ সোমাই গ'ল। সজীৱৰ মাহীয়েকে মহুৰা ফুৰাই আছিল। 'পাহি আহ। মই এইমাত্ৰ তহঁতৰ ঘৰৰ ফালে যাম বুলি ভাৱিছিলো। সজীৱটো গলগৈ নহয়, বৰ উৰুঙা লাগিছে ঘৰখন।' পাহি হতভম্বহৈ ৰল। তাই একো নামাতিলে। 'আজি পুৱা সজীৱে মোক ক'লে-সি হেনো যায়। পঢ়া শুনা বহুত পৰি আছে। তাৰোপৰি অকলে অকলে ইয়াত ভাল লগা নাই হেনো।' মাহীয়েকে আকৌ ক'লে। পাহি মনে মনে থাকিল। কথা কবলৈ তাইৰ নায়েই। মৌজাদাৰণীয়ে নানা কথা কলে, কিন্তু পাহিহঁতৰ ঘৰলৈ যাব নোৱাৰি সজীৱে দুখ প্ৰকাশ কৰি গৈছে বুলি এবাৰো

উল্লেখ নকৰিলে। বহুত পৰৰ পিচত পাহি মৌজাদাৰৰ ঘৰৰপৰা ওলাই আহিল। পশ্চিম আকাশৰ টেঙেচি ফুলীয়া ডাৱৰবোৰলৈ তাইৰ চকু গ'ল। তাৰ পিচত তাই এবাৰ দূৰৰ পথাৰৰ সৰিয়হ ফুলবোৰলৈ চালে। পাহিৰ চকুহুটা সেমেকি উঠিল। খোপাৰ ইন্দ্ৰমালতী কিপাহ আনি তাই পাহিবোৰ ছিঙি ছিঙি পেলাই দিলে বাটত। হঠাতে ৰূপহে পিছফালৰ পৰা আহি তাইক মাত দিয়ে—'ক'ৰ পৰা আহিলি পাহি? মৌজদাৰৰ ঘৰৰ পৰা নেকি?' ৰূপহৰ বিদ্ৰূপ মিহলি কথাষাৰ শুনি পাহিয়ে একো উত্তৰ নিদিলে। হুয়ো খোজ লয় একেলগে। বহুত পৰ নীৰৱহৈ থকাৰ পিচত ৰূপহে ক'লে, 'এটা কথা তোক কোৱাই হোৱা নাই। মোৰ বিয়া পাতিছো বুজিছ।' 'সঁচাকৈ কৈছনে ৰূপহ?' পাহিৰ চকুহুটা কৰুণহৈ পৰিল। 'মিছা কবলৈনো মোৰ কিটো হৈছে। মই তোক এদিন বিচাৰিছিলো, তই কিন্তু মোৰ মৰমক নেওঁচা দিলি। সেইবুলি মই বিয়া নকৰালেতো ন'হব। ঘৰখন চাবচিতিবলৈকে কোনো মানুহ নাই।' পাহিৰ মুখৰ পৰা এটা শব্দও নোলাল।

'ছোৱালীজনী তই চিনি নাপাবি ছাগে। সুমথিৰা খাটৰ। তাইৰ নামো পাহি বুজিছ।' পাহিয়ে এইবাৰ একো নামাতিলে। ৰূপহে পাহিক এৰিথৈ বেগাই খোজ ল'লে। সিহঁতৰ ঘৰৰ পছুলি পাই পাহি সোমাই গ'ল। তাই এবাৰ সজীৱৰ কথা ভাবিলে। সজীৱে পঢ়া ইতিহাসত সিহঁতৰ একো কথাই নাই। সৰিয়হ ফুলৰ ওপৰত উৰা পখিলা, আৰু সুমথিৰা বৰণীয়া ডাৱৰৰ কথাও নাই। সজীৱৰ মনতো পাহিৰ কথা লিখা নাই। সজীৱে হাড়ত বন গজা ৰজাবোৰৰ কথাহে মনত ৰাখিব, তাইৰ কথা নাৰাখে। পাহিয়ে সেমেকা চকু হুটা চাদৰৰ আগেৰে মোহাৰি ল'লে—সৰিয়হ ফুল ধুনীয়া; কিন্তু বুৰঞ্জীত নাই। ইন্দ্ৰমালতীও হালধীয়া, কিন্তু পাহিবোৰ মৰহি যায়।

পাহিয়ে ৰূপহক নুবুজাৰ দৰে, সজীৱেও পাহিক নবুজিলে।



বিনোদেও তাইক বুজিবলৈ মুঠেই ইচ্ছা নকৰে। মাক দেউতাকে ঠিক কৰি দিয়া বিনোদক তাই বিনা আপত্তিৰেই বিয়া কৰাইছিল। সংসাৰখন তাইৰ মোহময়হৈ উঠিব বুলিয়েই আশা কৰিছিল। এতিয়া মাত্ৰ তাই বুজিছে, এইটো জীৱন তাই বিচৰা নাছিল। কিন্তু এইটো জীৱনেইহে তাইৰ কাৰণে মূৰ্ত্ত বাস্তৱহৈ বৈ আছিল। অতীতটো তাইৰ কাৰণে এতিয়া এটা ক্ষণিক সপোন।

পাহি খিৰিকীৰ কাষতে বহি থাকিল। জোনাকবোৰে বাহিৰ খন ঢৌৱাই পেলাইছে। পোনাকণৰ গাঢ় টোপনি। হঠাতে বাহিৰত শাহুৱেকে মালতীক তাইৰ কথা কোৱা শুনি পাহিৰ সপোন ভাগিল। 'এই এপৰ নিশালৈকে বৰমানুহৰ জীয়েকৰ চকুৰ তললৈ জুই নিবৰ হোৱাই নাই। আমি আৰু লৰা ডাঙৰ কৰাই নাছিলো। শোৱাৰ পিছতো কাষত বহি থাকিলেহে গাশাত পৰে।' পাহি চকিতা হৰিণীৰদৰে উঠি আহে। তাই এবাৰ পোনাকণলৈ চাই পঠিয়ায়। জোনাকৰ বগা পোহৰত পোনাকণৰ ধুনীয়া মুখখন জিলিকি উঠিছে। সি ডাঙৰহলে বিনোদৰ দৰে-ৰুক্ষ নহৈ সজীৱৰ দৰে শান্তস্বভাৱৰ গৰাকীহলে বৰ ভাল হব। পাহিয়ে মনতে ভাৱিলে। আৰু তাৰ পিছত হুৱাৰখন জপাই ওলাই গ'ল। তেতেলি জোপাৰ চিৰিলি চিৰিলি পাতবোৰৰ মাজেদি ভুমুকিয়াই জোনটোৱে তেতিয়া এমুখ হাঁহিৰে পোনাকণলৈ চাই আছিল।

# অনুবৰ্ত্তন

আলিবাটৰ লাইটৰ ক্ষীণ পোহৰত পদুলিমুখৰ চজিনা জোপাৰ পাতবোৰ অলপ অলপ জিলিকি উঠিছে। বগা ফুলবোৰ এতিয়া আৰু নাই। শেষ হৈ গ'ল ফাগুনতে। অনুপম বাহিৰত বহি থাকিল। নিজৰালৈ তাৰ ভয় লাগিল। ভিতৰলৈ যাবলৈ অলপ সাহ ন'হল অনুপমৰ। অকমাণি ৰানুজনী সাৰ পাই থকা হলেও ভাল আছিল। তাইৰ লগতে অলপ সময় ধেমালি কৰি কটাব পৰা গলহেঁতেন। তায়ো টোপনি। অনুপমে জানে, তাক যিমানেই খং কৰক বা গালি পাৰক, নিজৰাই বহুত পৰলৈকে নমতাকৈ থাকিব নোৱাৰে। আৰু কেইটামান মিনিটৰ পিছতেই চকুৰ কোণত বিৰিঙি থকা পানীবোৰ মচি তাই ৰান্ধনী ঘৰলৈ সোমাই যাব অনুপমৰ কাৰণে চাহ আনিবলৈ। আৰু তাক ক'বহি, "ককাই দেউ, বাহিৰত বহি আছ কেলেই? ইমান চেঁচা বতাহ মাৰিছে। মই চাহ কৰিছো, আহিবি দেই।" ইমান শান্ত নিজৰাজনী। তাই জীৱনত কেতিয়াও কাৰো অন্যায় কৰা অনুপমৰ মনত নাই। অথচ ঈশ্বৰে তাইৰ মূৰতহে বৈধব্যৰ নিকৰুণ বোজাটো জাপি দিলে। কপালৰ ৰঙা ফোট মোহাৰি অকমাণি ৰানুৰে সৈতে এদিন নিজৰা ককায়েকৰ ওচৰলৈ গুছি আহিল। অনুপমৰ অকলশৰীয়া সংসাৰ খনত হাঁহি আনন্দৰ একমাত্ৰ উৎস চাৰিবছৰীয়া ৰানুজনী। ৰানু অনুপম আৰু নিজৰাৰ কিমান মৰমৰ, কিমান হেপাহৰ তাক ভাবি ভাবি অনুপমে শেষ কৰিব নোৱাৰে। নিজৰাই কথা নকয়েই। নীৰৱে নিজৰ কামকে কৰি থাকে দিনটো। অনুপম কলেজৰ পৰা অহা গম পালেই ৰানুৱে পদুলিমুখলৈ দৌৰে। পদুলিমুখৰ পৰা ঘৰৰ চিৰিলৈকে সেইকণ বাট অনুপমে সদায় ৰানুক চাইকেলত উঠাব লাগে। নহলে ৰানুৰ হাতৰ পৰা ৰক্ষা নাই।



অনুপমে আকাশলৈ চালে। আকাশত ডাৱৰৰ চিন নাই। হাতীপতিৰ উজ্জ্বলতা খিনি অনুপমৰ বৰ ভাল লাগি গ'ল। সৰুকালৰ বহুতবোৰ স্মৃতিয়ে মনটো ভাৱাক্ৰান্ত কৰি তুলিলেহি। নিজৰাই সৰুতে হাতীপতিটো কি বস্তু সুধি সুধি অনুপমক বিৰক্ত কৰি দিছিল। বুজালে নুবুজে দেখি অনুপমে নিজৰাৰ চুলিকোচা জপৰা কৰি দি কৈছিল যে হাতীপতিটো স্বৰ্গলৈ যোৱা জখলা। আন একো নহয়। যিবোৰ ভনীয়েকে ককায়েকৰ লগত কাজিয়া নকৰে, সিহঁতে সেই বাটেদি উঠি পৰীৰ ৰাজ্যত খেলিবলৈ যাবলৈ পায়। নিজৰাই তাকে শুনি বহুত পৰ মনে মনে ভাবি আছিল আৰু অলপ পিছতে দেউতাকৰ ওচৰলৈ গৈ সুধি আহি অনুপমক কৈছিল যে হাতীপতি আচলতে বহুত তৰা। অনুপম নিজৰাতকৈ বহুত ডাঙৰ যদিও একো কথাকে নাজানে বুলি নিজৰাই হাঁহিছিল আৰু ঘৰৰ আটাইকে কৈ ফুৰিছিল। ৰানুৰেও হয়তো দুদিনমানৰ পিছতে মাকৰ দৰে অনুপমক সুধিব হাতীপতিটো কি বস্তু। এতিয়া অৱশ্যে নোসোধে। তাই এতিয়া নিচেই অকণমানিজনী হৈ আছে। আকাশৰ কথা বাদেই, মাটিৰে চব বস্তুৰ লগত তাইৰ চিনাকী হোৱা নাই। বহুতবোৰ বস্তুৰ লগত চিনাকীহোৱা নাই কাৰণেই ৰানু এতিয়া কিমান সুখী। যিমানেই পৃথিৱীখনক চিনিবলৈ ল'ব সিমানেই সুখ শান্তিবোৰ তাইৰ ধুনীয়া মনটোৰ পৰা আঁতৰি যাব। নিজৰাৰ দৰে বা অনুপমৰ দৰে ৰানুজনীয়েও মনৰ সকলোবোৰ সুখশান্তি হেৰুৱাই পেলোৱাৰ আশঙ্কাত অনুপমৰ বুকুখন কঁপি উঠিল। জীৱনত বহুত কিবাকিবি হেৰুৱাৰ আৰু নোপোৱাৰ বেদনাত জৰ্জ্জৰিত হৈয়ো অনুপমে নিজৰাৰ মুখত আনন্দ দেখিয়েই সুখী হৈছিল। হাঁহিৰে উজলি উঠা নিজৰাৰ সৰু সংসাৰখন দেখি অনুপমে মাক দেউতাকক হেৰুৱাৰ দুখো পাহৰি গৈছিল। কিন্তু সেই হাঁহি, সেই ৰং চিৰস্থায়ী নহ'ল। চিৰস্থায়ী পৃথিৱীত একোৱেই নহয়। হ'ব নোৱাৰে।

আকাশৰ সৌ ৰং, সৌ উজ্জলতা, তৰাবোৰৰ সৌ দীপ্তি কিন্তু চিৰস্থায়ী, শাশ্বত। মাটিৰ লগত আকাশৰ এয়ে গভীৰ প্ৰভেদ।

জীৱনত যি বিচাৰে তাক অনুপমে কেতিয়াও নাপায়। পোৱা নাই। তাৰ কাৰণে দুখ কৰি হুমুনিয়া কাঢ়ি লাভ নাই। গতিকেই অনুপমে নাভাবে। যি দাৰুন আঘাত অনুপমে এবাৰ পাইছিল তাক মনত ৰাখি থোৱা হ'লে সুৰভি কটকী নামৰ ধুনীয়া ছোৱালীজনীৰ ঘৰলৈ অনুপম কেতিয়াও ন'গলেহেঁতেন। সুৰভিৰ মৰম লগা কেচুৱা-টোকো বুকুত সুমুৱাই লব নোৱাৰিলেহেঁতেন। গধূলি ৰানুক লৈ আলিবাটত অকণমান ফুৰাৰ পিছত অনুপম যেতিয়া ঘৰ সোমায়হি, নিজৰাই তাক কয় যে এজনী ধুনীয়া ছোৱালীয়ে এজন মানুহৰ সৈতে অনুপমক বিচাৰি আহিছিল। তেওঁ প্ৰথমতে আহিয়েই নিজৰাক অনুপমৰ কথা সুধিলে। নাই বুলি কোৱাত নিজৰাৰ পৰিচয় ল'লে আৰু এদিন অনুপমৰ লগত তেওঁলোকৰ ঘৰলৈ যাবলৈ নিমন্ত্ৰণ জনাই থৈ গুছি গ'ল। তেওঁলোক আসাম কোম্পানীৰ এটা বঙলাত থাকে। অনুপমে ছোৱালীজনীৰ নাম কি সোধাত নিজৰাই ক'লে যে নাম তাই নাজানে। কিন্তু মানুহজনে সুৰভি বুলি মতা শুনিছিলে। অনুপমে বুজিলে যেয়া সুৰভি কটকী মানে এতিয়া সুৰভি শৰ্ম্মা। সুৰভিৰ গিৰিয়েক ৰবীন শৰ্ম্মা কেইদিন মানৰ আগতে ইয়ালৈ আহিছে এটা নামী আৰু দামী চাকৰি লৈ। সেইকথা অনুপমে কলেজত বন্ধু এজনৰ পৰা শুনিছিলে। অনুপমে একো নক'লে। ৰাণুৰ হাতত ধৰি ভিতৰলৈ সোমাই গ'ল। নিজৰাই ৰাণুৰ ভৰিৰ পৰা জোতামোজা খোলাৰ লগে লগে আকৌ ক'লে, "ছোৱালীজনী তাৰ মানে তই চিনি পাৰ নহয়াঁ ককাইদেউ? বৰ ধুনীয়া ছোৱালী। এপাহ যেন ফুলহে। মাত কথাও ইমান সুন্দৰ।" অনুপমে উত্তৰত মাত্ৰ ওঁ বুলি কৈ বাহিৰলৈ ওলাই গ'ল। নিজৰাই একো নুবুজিলে। সুৰভিৰ কথা ভবাৰ লগে লগে অনুপমৰ কাণ



দুখন তপত হৈ উঠিল। সুৰভিক লগ নোপোৱাৰ কাৰণে ঈশ্বৰক মনে মনে ধন্যবাদ দিলে অনুপমে। সুৰভি কটকী এক মাধুৰ্য্যময়ী মূৰ্ত্তি। যি মূৰ্ত্তিক এবাৰ দেখা মাত্ৰকে জীৱনত লগ পোৱা আটাইতকৈ কমনীয়া নাৰী বুলি কবৰ মন যায়। সুৰভিক প্ৰথম দিনা কলেজত দেখাৰে পৰা অনুপমৰ ভাল লাগিছিল। সেই ভাল লগা নিচেই সাধাৰণ। এজনী ধুনীয়া ছোৱালীৰ প্ৰতি সাধাৰণতেই প্ৰত্যেক লৰাৰ মনত যি অকণমান দুৰ্ব্বলতা থাকে সিমানেই। তাৰ বেছি একো কথাকে অনুপমে ভবা নাছিল। ভাবিবলৈ যত্নও কৰা নাছিল। অনুপমে বুজিছিল কোনোবা অভিজাত বংশৰ নাম উজলোৱা ৰূপহী জীয়ৰি সুৰভিয়ে অনুপমৰ হিয়াত মৰম বিচাৰি অহাত কোনো যুক্তি নাই, সাৰ্থকতা নাই। সেইবোৰ ভবা এটা হাঁহি উঠা কথা। ক্লাচত কেতিয়াবা অনুপমে সুৰভিলৈ পলকবিহীন দৃষ্টিৰে চাইছিল। সুৰভিয়েও তালৈ চাইছিল। মতাহলে এদিনো নাছিল। কেতিয়াবা মুখামুখি হৈ গ'লে মৃদু হাঁহি এটা মাৰিছিল। মাত্ৰ সিমানখিনিকেই অনুপমে সুৰভিৰ পৰা পাইছিল। আৰু সেইখিনি পায়েই অনুপমে জীৱনটো পৰিপূৰ্ণতাৰ গৌৰৱেৰে গৌৰৱান্বিত হোৱাৰ সপোন দেখিছিল।

ইয়াৰ পিছতে সকলো ওলট পালট হৈ গ'ল। আবেলি ক্লাচ কৰি হোষ্টেল সোমাওঁতেই অচিনাকি আখৰৰ চিঠি এখন টেবুলত পৰি থকা দেখি অনুপমে তুলি ল'লে। তাৰ পিছত খামটোৰ পৰা চিঠিখন উলিয়াই সন্তৰ্পণে অনুপমে পঢ়ি গ'ল। সুৰভি কটকীৰ চিঠি। অনুপমৰ হাত দুখন কঁপি উঠিল। গালৰ তেজবোৰ তগবগকৈ উতলিবলৈ ধৰিলে। বেছি একো কথা সুৰভিয়ে লিখা নাই। মাত্ৰ লিখিছে যে পৰীক্ষা দি যেতিয়া অনুপম গুচি যাবগৈ, যেতিয়া অনুপমে নিজকে জীৱনত সুপ্ৰতিষ্ঠিত কৰি ল'ব, অনুপমৰ সেই ধুনীয়া ভৱিষ্যতটোত সুৰভিয়ে অকণমান স্মৃতি হিচাপে জীয়াই থাকিবলৈ যেন ঠাই পায়। অনুপমৰ বুকুখন কঁপি উঠিল। এইবোৰ সুৰভিয়ে

কি লিখিছে ? সুৰভিয়ে যে তাৰ প্ৰতি অকণমানো অনুকম্পা দেখুৱাব অনুপমে সপোনতো ভবা নাছিল। চিঠিৰ উত্তৰ দিবলৈ সুৰভিয়ে অনুৰোধ জনাইছে। অনুপম অবাক হৈ বহি থাকিল। সুৰভিলৈ উত্তৰ দিব নে নিদিয়ে তাকে ভাবি অনুপমৰ কেইৰাৰাতিও টোপনি নাহিল। কোনো এটা সিদ্ধান্তলৈ আহিব নোৱাৰি অনুপম চঞ্চল হৈ পৰিল। সুন্দৰ মুখশ্ৰী আৰু কমনীয় দেহলতাৰ ধুনীয়া সুৰভিজনী স্বৰ্গৰ উৰ্ব্বশীৰ দৰে অনুপমৰ চকুৰ পৰ্দ্দালৈ ভাহি আহিল। অনুপমে উত্তৰ দিলে অৱশেষত। লিখিলে যে সুৰভিক দিবলৈ তাৰ একোৱেই নাই অফুৰন্ত মৰমৰ বাহিৰে। সুৰভি যদি মান্তি হয়, অনুপমে তাইক একান্ত আপোন কৰি লবলৈ সাজু। নিজেই যেতিয়া সি নিজৰ অভিভাৱক, তাৰ কথাত হকাবধা কৰিবলৈ বা মাত মাতিবলৈ কোনো নাই। এই খিনিয়েই অনুপমৰ কথা। তাৰ বেছি সি একো লিখিব নোৱাৰিলে। সেই কেইশাৰীমান কথা লিখোতে অনুপম গোটেইটো ঘামি উঠিল। নিজৰাৰ বাহিৰে জীৱনত অনুপমে কোনো ছোৱালীলৈকে চিঠি লিখা নাই। কিয়নো লিখিব লগা কেতিয়াও হোৱা নাই। চিঠিখন পোষ্ট কৰাৰ পিছত কেইবাটাও দিন অনুপমৰ ভীষন উৎকণ্ঠাত পাৰ হ'ল। সুৰভিৰ পৰা উত্তৰ নাহিল। তাৰ পিছত এদিন অনুপমে আলিবাটত এজাক ছোৱালীৰ মাজত সুৰভিক দেখিলে। চিঠিখনৰ কথা ভবাৰ লগে লগে অনুপমৰ কাণমূৰ ৰঙা পৰি গ'ল। হঠাতে সুৰভিয়ে ছোৱালীজাকৰ মাজৰ পৰা আগবাঢ়ি আহি অনুপমক মাত দিলে, "ৰৰুৱা অলপ শুনকচোন।" অনুপমে নীৰৱে সুৰভিলৈ চালে।

"আপোনাৰ লগত মোৰ এটা বৰ প্ৰয়োজনীয় কথা আছে। সেইকাৰণেই মাতিলো। মোৰ নামত আপুনি খুব সম্ভৱ কিবা চিঠি এখন পাইছে। আপুনি মোক ভুল নুবুজিব। সেই বিষয়ে মই ঘুণাক্ষৰেও একো নাজানো।" অনুপম নিৰ্ব্বাক।



"আপোনাৰ চিঠিখন পাই প্ৰথমতে মই বৰ আচৰিত হ'লো। পিছত বুজিলো কোনোবাই আপোনাৰ লগত ধেমালি কৰি চাবৰ মনেৰে এনে কাম কৰিছে। মোৰ ওপৰত আপুনি যেন একো বেয়া ভাৱ নলয়।" সুৰভিৰ কথা শুনিব পৰা ধৈৰ্য্য অনুপমৰ তেতিয়া নাছিল। এজনী ছোৱালীৰ ওচৰত নিজৰ দুৰ্ব্বলতা প্ৰকাশ পোৱাটো যে কিমান দুখৰ কথা। অনুপমৰ লাজত মৰি যাবৰ মন গৈছিল। অনুপমৰ অৱস্থাটো বুজি সুৰভিয়ে আকৌ ক'লে, অনুপমৰ বিষয়ে তাই বৰ ভালকৈয়ে জানে। গোটেই কলেজখনৰ ভিতৰতে অনুপমৰ যি ভাল নাম আছে তাক তাই নজনা নহয়। অনুপমক সুৰভিয়ে মনে প্ৰাণে শ্ৰদ্ধা কৰে। হৈ যোৱা ঘটনাটোৰ কাৰণে দুখ নকৰিবলৈ কৈ সুৰভিয়ে অনুপমক পৰীক্ষাত উজ্জ্বল কৃতকাৰ্য্যতা লাভ কৰিবলৈ শুভইচ্ছা জনাই গুচি গ'ল। সিমান সময় মাত্ৰ সুৰভিয়েই কথা কৈ থাকিল। অনুপমৰ মুখৰ পৰা এটা শব্দও সৰি নপৰিল। অনুপমৰ চকুৰ পৰা এটোপা পানী ওলাই আহিল। সুৰভি কটকী নামৰ ধুনীয়া ছোৱালীজনীক একান্ত আপোন কৰি ল'ব নোৱাৰাৰ দুখত নহয়; লাজত আৰু অপমানত। অনুপমে এই ঘটনাৰ পিছত সুৰভিক আৰু কেতিয়াও লগ নধৰিলে। পৰীক্ষা দি ঘৰলৈ গুচি আহিল। স্নাতকোত্তৰ শ্ৰেণীত পঢ়ি থাকোতে অনুপমে সুৰভিৰ বিয়াৰ নিমন্ত্ৰণী চিঠি এখন পাইছিল। কাৰ লগত সুৰভিৰ বিয়া হ'ল সেই কথা জানিবলৈ আগ্ৰহ তাৰ অকণো নাছিল। সুৰভি কটকী নামৰ ছোৱালীজনী এটা স্বপ্ন। পাহৰিবলৈ চেষ্টা কৰিও পাহৰিব নোৱাৰা এটা স্বপ্ন। যিটো স্বপ্নৰ মাদকতা আৰু তিক্ততাৰ বোল সানমিহলি ভাৱে অনুপমৰ অন্তৰত আজিলৈকে লাগি আছে। মচ খোৱা নাই।

এয়া কিমান দিনৰ পিছৰ কথা। পূৰা চাৰি বছৰ। অকমানি চহৰখনৰ পৰা দুমাইল দূৰৰ কলেজ এখনত শিক্ষকতা কৰি ৰানু আৰু নিজৰাৰ মৰমেৰে নিজক ডুবাই ৰখা এইখন সংসাৰ অনুপমৰ

সম্পূর্ণই বেলেগ। ইয়াত আৰু কোনো সুৰভি কটকীৰ কথা ভবাৰ আজৰি নাই। আগ্রহো নাই। নতুনকৈ খোলা কলেজখন সঁচাই বৰ ভাল লগা। গোটেই দিনটো কলেজত থাকি অনুপমৰ অলপো আমনি নালাগে। বেয়া নালাগে। আবেলি চাৰি বজাত জাৰ্ম্মান বনেৰে ছুয়ো কাষ ঢাক খোৱা শিলগুটিভৰা বাটটোৰেদি চাইকেল মাৰি যেতিয়া অনুপম নৈৰ বুকুৰ ওখ দলঙ খনত উঠেহি তেতিয়া বেলিটোৱে পশ্চিম আকাশত পাটত বহাৰ আয়োজন কৰে। ফাকু ৰং বোৰ আকাশত বিয়পি পৰে। নৈৰ সিপাৰৰ সিহঁতৰ মৰমৰ অকণমানি চহৰখন নিতান্তই ভাল লগা। আগতে বাটৰ কাষৰ জোপোহাত বাঘ আছিল। এতিয়া নাই। বিজুলী বাতিৰ চিকমিকনিহে আছে। পল'ফিল্ডখনৰ বনবোৰ কেঁচা সেউজীয়া। নিমজ দলিচাৰ দৰে। চ'ত বহাগত বাটৰ কাষৰ সোনাৰু গছবোৰ ফুলে। নৈৰ বুকুৰ বতাহছাটিত ফুলৰ মৃদু গোন্ধেৰে সুবাসিত হৈ উঠে। এইখন ঠাই এৰি থৈ যোৱাৰ কথা অনুপমে ভাবিবই নোৱাৰে। সেই কাৰণেই আন কলেজত কাম পায়ো অনুপম নগ'ল। গুৱাহাটীত থকা মোমায়েকে লিখিছিল—গাঁৱত সোমাই থাকি কি কৰিবি? কাম এটা পাইছ যেতিয়া ইয়ালৈকে আহ।—অনুপম কিন্তু যাবলৈ ৰাজী নহ'ল। মৰমৰ ঠাইখন আৰু আপোন ঘৰখন এৰি থৈ যাবলৈ মনটোৱে নসহিলে।

সুৰভি কটকী এটা স্বপ্ন। সেই স্বপ্নৰ স্মৃতিবোৰ হয়তো লাহে লাহে অনুপমৰ অন্তৰৰ পৰা মচ খাই যাবগৈ। কিন্তু এই বনলতা নামৰ ছোৱালীজনী। তাই যে এটা অক্টোপাচৰ দৰে অনুপমক চাৰিওফালৰ পৰা চেপি ধৰিবলৈ চেষ্টা কৰিছে। অনুপমৰ বিৰক্তি লাগে। যিজনী ছোৱালীয়ে অনুপমৰ পৰা একো সঁহাৰি নোপোৱাকৈয়ে লাজ মান কাটি কৰি থৈ অকুণ্ঠিত ভাৱে প্ৰেমভিক্ষা কৰিব পাৰে. তাই যে আৰু কি কৰিব নোৱাৰিব ভগৱানে জানে। ঘৰৰ



কাষৰে অফিচটোত কাম কৰা বনলতা নামৰ ছোৱালীজনী। এই অকণমান চহৰখনলৈ অহা বেছিদিন হোৱা নাই। অনুপমহঁতৰ নিচেই কাষৰ ঘৰটোতে বনলতাই দেউতাক আৰু ভনীয়েক দুজনীৰে সৈতে থাকে। ৰাতিপুৱাই অফিচলৈ গৈ আবেলি ঘুৰি আহে, ভনীয়েক দুজনীৰ সৈতে বেণীত এসোপামান ফুল গুজি নাচিবাগি অনুপমহঁতৰ ঘৰৰ আগেদি ফুৰিবলৈ যায় আৰু ৰাতি বহুত পৰলৈকে গান গায়। সিহঁতৰ জীৱনযাত্ৰাৰ গতানুগতিক ধাৰাটো দেখি দেখি নিজৰা আৰু অনুপমৰ আমনি লাগি যায়। কেতিয়াবা বহুত ৰাতি বনলতাহঁতৰ ঘৰৰ পৰা ভাঁহি অহা গানৰ মৃদু সুৰ শুনি অনুপমে নিজৰাক কয় যে সেই মহিয়সী শিল্পী গৰাকীয়ে সাধনা কৰিবই লাগিছে। নিজৰাই হাঁহে আৰু বনলতা ছোৱালীজনীৰ বিষয়ে এটা চুটি মন্তব্য দি আতৰি যায়গৈ। বনলতাই ৰাণুক দেখিলে ওচৰলৈ মাতে। ৰাণু কিন্তু কেতিয়াও ওচৰলৈ নাযায়। অনুপমে বনলতাক বাটত দেখিলে সদায় নেদেখাৰ ভাও ধৰে। বনলতা নামৰ ছোৱালীজনী যেন তাৰ সম্পূর্ণই অচিনাকি। জীৱনত সেইদিনাহে যেন প্ৰথম দেখিলে। বনলতাই হাঁহো হাঁহো কৰি তালৈ চায়। তাৰ পিছত এদিন বনলতা নিজেই অনুপমহঁতৰ ঘৰলৈ আহিল। সৰু ভনীয়েকজনীৰ জন্ম দিনলৈ অনুপম, নিজৰা আৰু ৰাণুক মাতি থৈ গ'লহি। ৰাণুক কোলাত তুলি এসোপামান টফি দি মৰম কৰিলে আৰু বনলতাক মাহী বুলি মাতিবলৈ শিকাই দিলে। বনলতাৰ মুখলৈ নিজৰাই অকৰাৰ দৰে চাই ৰ'ল। অনুপম যেতিয়া কলেজৰ পৰা আহিল নিজৰাই নিমন্ত্ৰণৰ কথা ক'লে। অনুপমে অসম্মতি প্ৰকাশ কৰিলে। নিজৰাই ক'লে যে ৰাণুক লৈ অকণমান সময়ৰ কাৰণে হ'লেও অনুপম যোৱা ভাল। আদৰক নেওচিব নাপায়। অনুপমে নিজৰাৰ কথা সদায় শুনে।

অনুপমে নিমন্ত্ৰণ ৰক্ষা কৰাৰ কাৰণে বনলতাই কৃতজ্ঞতা জনালে।

চাহতাহ খোৱাৰ পিছত নানা কথাৰ মাজতে বনলতাই ক'লে, "আপোনাৰ লগত মোৰ চিনাপৰিচয় হোৱাতো আপুনি একেবাৰে পছন্দ কৰা নাছিল নহয় ?"

"তাৰ মানে ?"

"মানে অতি সহজ। আপুনি সমাজৰ এজন মৰ্য্যাদাসম্পন্ন ব্যক্তি আৰু মইতো এজনী নিতান্তই সাধাৰণ টাইপিষ্ট। গুণ বুলিবলৈ মোৰ একোৱেই নাই।" অনুপমৰ অলপ বিৰক্তি লাগিছিল। তাৰ কৈ পেলাবৰ মন গৈছিল, "গুণ নাথাকিলে কি হ'ব, ৰূপতো আছে। তাৰেই তোমাৰ চলি যাব।" নিজকে সংযত কৰি অনুপমে সেইষাৰ কথা নক'লে। বনলতাই তাৰ হয়তো বিপৰীত অৰ্থহে কৰি ল'ব। অৰ্থাৎ অনুপম তাইৰ ৰূপত মুগ্ধ বুলি ভাবিব। গতিকে নোকোৱাই ভাল। অনুপম মনে মনে বহি-থাকিল। আহিবৰ সময়ত বনলতাই ক'লে, "আমাৰ ঘৰলৈ আপুনিতো আৰু নাহে। আজি প্ৰথম নিমন্ত্ৰণ বুলিয়েই হয়তো ৰক্ষা কৰিলে। মই কিন্তু আপোনালোকৰ ওচৰলৈ গৈ থাকিম। কেতিয়াবা দিনে দুবাৰ মানো হ'ব পাৰে।" ৰাণুক কোলাত তুলিলৈ বনলতাই মৰম কৰিলে খুব। "ৰাণু তোমাৰ মাক ক'বা দেই—মাহীয়ে মাতিছে বুলি। ক'বা ?" ৰাণুৱে মূৰ দুপিয়ালে। তাৰ পিছত অনুপমে ৰাণুক লৈ বেগাবেগিকৈ ওলাই আহিল বনলতা-হঁতৰ ঘৰৰ পৰা।

বনলতা অনুপমহঁতৰ ঘৰলৈ সদায় আহিয়েই থাকে। ভনীয়েক দুজনীও। সিহঁতক পাই নিজৰাৰ প্ৰথমতে বেচ ভাল লাগিছিল। বনলতা সিহঁতৰ ঘৰলৈ ইমানকৈ অহাতো ওচৰৰ মানুহবোৰে লাহে লাহে সহ্য কৰিব নোৱাৰা হ'ল। সিহঁতে নিজৰাক ক'লে বনলতাৰ বাপেক বৰ চালাক। ছোৱালী কিজনীৰ যোগেদি বন্ধুত্ব পাতি পিছত অনুপমক জোঁৱাই কৰাৰ মতলব। নিজৰাৰ মনটো সেমেকি



গ'ল। অনুপমৰ আগত কথাটো উলিয়াবলৈ নিজৰাই কেইবাদিনো চেষ্টা কৰিলে। কিন্তু এদিনো ক'ব নোৱাৰিলে। কথাটো শুনি অনুপমে বা কি কৰে। কিজানি তাইক খঙেই কৰে। গতিকে মনত অসন্তুষ্টি লৈ নিজৰা নীৰৱ হৈ ৰ'ল। অনুপমে কিন্তু মন কৰিলে বনলতাৰ নাম ক'লে নিজৰাই আগৰ দৰে উৎসাহ নেদেখুৱায়। অলপ উদাস হৈ থাকে। অনুপমে কথাটো বুজি মনে মনে আমোদ পালে। আবেলি ৰাণুক লৈ ফুৰিবলৈ বুলি অলপ ওলাই গ'লে অনুপমে বনলতাক পায়। কৃষ্ণচূড়া গছেৰে ঢাক খোৱা নৈৰ পাৰৰ বাটটোৱেদি ৰাণুক ইটো সিটো দেখুৱাই আগবাঢ়ি যোৱা অনুপমক আবেলি লগ পালে বনলতা আৰু ভনীয়েক দুজনীও প্ৰায়ে সিহঁতৰ লগত যোগ দিয়েহি। অনুপমে বিৰক্তি বা আনন্দ একোকেই প্ৰকাশ নকৰে। বনলতাৰ ভনীয়েক দুজনীয়ে কেতিয়াবা ৰাণুৰ হাতত ধৰি আগবাঢ়ে। অনুপম আৰু বনলতা পিছ পৰি যায়। বনলতাই কথা কয়। সদায় একেবোৰ কথাকেই কয়। এই সৰু ঠাইখনৰ লগত ন চিনাকি যদিও ইয়াৰ প্ৰতিটো বস্তুৱেই তাইৰ কিমান আপোন, কৃষ্ণচূড়া ফুলবোৰ কেনেকৈ ধুনীয়াকৈ ফুলে, নৈৰ সিপাৰৰ সোনাৰুৰ হালধীয়া ফুলবোৰ তাইৰ কিমান ভাল লাগে নাইবা 'স্পেন্সাৰত' কেনেকৈ তাই ধুনীয়া ছোৱালী এজনী লগ পাইছিল, এইবোৰকে বনলতাই লাগবান্ধ নোহোৱাকৈ কৈ যায়। অনুপম বৰ বেছি মনে মনে থাকিলে বনলতা অধৈৰ্য্য হৈ পৰে। "মই ইমানবোৰ কথা ক'লো, আপুনিতো ভদ্ৰতাৰ খাতিৰত হ'লেও এষাৰমান ক'ব লাগিছিল। কিনো ইমান মনে মনে থাকে ?" অনুপম অপ্ৰস্তুত হয়। "নাই মই মানে সৌ ৰাণুহঁতক চাইছোঁ। সিহঁত বহুত দূৰ পালেগৈ।" অনুপমে তাৰ পিছতেই ৰাণুক চিঞৰি মাতে, "ৰাণু উভতি আহ। আৰু যাব নালাগে।" বনলতাই মিচিকিয়াই হাঁহি দিয়ে।

অনুপমে আকাশলৈ চালে। তৰাবোৰ ঢিমিক ঢামাককৈ জ্বলি

আছে। অনুপমৰ চকুৰ আগলৈ ভাঁহি আহিল সুৰভিৰ আঠমহীয়া কেচুৱাটোৰ জোন যেন মুখখন, বহুতবোৰ ফাকুৰঙৰ ব'গেনভেলিয়া ফুল আৰু সেউজীয়া মখমলৰ দলিচাৰ দৰে কোমল লনখনত আকাশ বৰণীয়া চাদৰৰ আঁচল চোচোৰাই খোজ কঢ়া সুৰভিৰ মৃদু হাঁহিবোৰ। বনলতাৰ চঞ্চল চকুৰ কটাক্ষ আৰু সেই সাজ্ঘাটিক কথা কেইটায়েও অনুপমক জ্বলা কলা কৰি তুলিলেই। সুৰভিৰ ওচৰলৈ অনুপম যোৱা নাছিল। নিজবাৰ আদেশত অৱশেষত যাবলৈ বাধ্য হ'ল। কিবা উপলক্ষে কলেজ সোনকালে ছুটী হোৱাত অনুপমে বাহিৰে বাহিৰেই সুৰভিহঁতৰ ঘৰলৈ বুলি চাইকেল মাৰি দিলে। কোম্পানীৰ ধুনীয়া বঙলাবোৰৰ মাজৰটো সুৰভিহঁতৰ বুলি অনুপমে জানে। সেউজীয়া লনখন নিমজ আৰু অসম্ভৱ পৰিষ্কাৰ। সৰা ফুলৰ পাহি এটাও পৰি থকা নাই। একাষত এদৰা ৰঙা কেনা। ব'গেনভেলিয়া জোপা ফুলৰ ভৰত দোঁ খাই গৈছে। তাৰ তলতে পাৰি থোৱা বেতৰ চকীমেজ দুখনমান দেখি অনুপম আগবাঢ়ি হ'ল। আধাকৰা চুৱেটাৰ এটা শলা দুদালেৰে সৈতে মেজখনৰ ওপৰতে আছিল। বোধকৰো সুৰভিয়ে উল গুঠি আছিল। অনুপমে দুমহলীয়া ঘৰটোৰ চিৰিটোলৈ চালে। তাৰ পিছত সুৰভিক দেখিলে হাঁহি হাঁহি নামি অহা।

"আপুনি আমাৰ ঘৰলৈ অহাৰ আশা একেবাৰে এৰি পেলাইছিলো জানে?" সুৰভিয়ে সহজ ভাৱে ক'লে। অনুপমেও সহজ হবৰ চেষ্টা কৰিলে। সুৰভিৰ নিৰ্দ্দেশমতে অনুপম বহিল। কলেজৰ নানা কামত ব্যস্ত থকাৰ কাৰণে আহিবলৈ সময় পোৱা নাছিল বুলি কৈ অনুপমে দুখ প্ৰকাশ কৰিলে। সুৰভিয়ে বহুত কথা ক'লে— নিজৰ গিৰিয়েকৰ আৰু কেচুৱাটোৰ। কেচুৱাটোৰ কাৰণে ভাল নাম এটা বাচি দিবলৈও অনুপমক অনুৰোধ কৰিলে। অনুপমে সুৰভিৰ লগত আগতে বিশেষ কথা পতা নাছিল। আজি প্ৰথম



পাতিলে। ভাল লাগিল। সুৰভিজনীৰ কথাবোৰ বৰ ভাল লগা। ইমান মৰমলগাকৈ কৈ যাব পাৰে। বনলতাৰ দৰে চিঞৰ বাখৰ নকৰে কথা কওঁতে। সুৰভিয়ে পুৰণি কথাটো উলিয়াব পাৰে বুলি ভাবি অনুপমৰ ভয় লাগি আছিল। সুৰভিয়ে কিন্তু ভুলতো উল্লেখ নকৰিলে। অনুপমৰ ভাল লাগিল সেই কাৰণে। ইয়াৰ পিছত সুৰভিয়ে অনুপমৰ কাৰণে চাহ আনিলে। চাহতাহ খোৱাৰ পিছত অনুপম যাবলৈ ওলাল। অনুপমক আগবঢ়াই দিবলৈ সুৰভিও ওলাই আহিল। গেটৰ ওচৰত আয়া এজনীৰ কোলাত সুৰভিৰ কেচুৱাটো দেখি অনুপম আগবাঢ়ি গ'ল। জোন যেন ধুনীয়া কেচুৱাটো। মুখখন সুৰভিৰেই সম্পূৰ্ণ ভাৱে। অনুপমে কোলাত তুলি ল'লে। তাৰ পিছত অনুপমে সুৰভিৰ পৰা বিদায় লৈ ওলাই আহিল। অলপ দূৰ অহাৰ পিছতে অনুপমে বনলতাক লগ পালে। 'স্পেন্সাৰ'ত কিবাকিবি বস্তু এসোপামান কিনি হাঁহি হাঁহি ওলাই আহিছে। বনলতাৰ গাৰ পাটৰ চাদৰখন সোনাৰু ফুলৰ দৰে হালধি ৰঙৰ। অনুপমৰ কিয় জানো হঠাতে বনলতাৰ লগত অলপ ধেমালি কৰিবৰ মন গ'ল। গতিকেই ক'লে যে বনলতাক আজি এথোপা সোনাৰু ফুলৰ দৰে লাগিছে। কৈ উঠি অনুপম নিজেই ৰঙা পৰি গ'ল। কিযে কথাষাৰ তাৰ মুখৰ পৰা ওলাল। বনলতাই চাগে তাক বৰ অভদ্ৰ বুলি ভাবিছে। বনলতাই হাঁহি দিলে অনুপমৰ কথাত।

"সোনাৰু ফুল পিছে দেৱতাৰ পূজাত নালাগে। বাটৰ মানুহৰ গচক খাবলৈহে এইবোৰ ফুলৰ জন্ম।" বাটত সিচৰতি হৈ থকা ফুলৰ কণ কণ পাহিবোৰলৈ চাই বনলতাই ক'লে। অনুপমে লাজ পালে। বনলতাই অনুপমৰ কাষে কাষে খোজ দিলে।

"আপোনাক এটা অনুৰোধ কৰো। নৈৰ পাৰখন ইমান ধুনীয়া হৈ পৰিছে। আমি অলপ সৌখিনিতে বহোগৈ বলক। যাব?"

অনুপমে বহুত চেষ্টা কৰিও নাযাওঁ বুলি ক'ব নোৱাৰিলে।

ছোৱালী এজনীৰ এটা সামান্য অনুৰোধ উপেক্ষা কৰি আঘাত দিবলৈ অনুপমৰ মন নগ'ল। দুয়ো আগ বাঢ়িল। বনলতা বহিল। অনুপমে কিবা কিবি ভাবি থিয় হৈ থাকিল। আকাশেদি এজাক ভাটৌ চৰাই উৰি গ'ল। মাৰ যোৱা বেলিৰ পোহৰ পৰি জিলিকি উঠা সিহঁতৰ সেউজীয়া ডেউকাবোৰলৈ চাই চাই অনুপম ৰৈ থাকিল।

"ইমান মনে মনে কি ভাবিছে ?"

"একো ভবা নাই। চৰাই জাক চাইছোঁ।" অনুপমে চুটিকৈ কৈ থ'লে।

"মই কিন্তু ভাবিছোঁ। আপোনাক বাৰু মোৰ দুদিনতে কিয় ইমান ভাল লাগি গ'ল তাকে ভাবিছোঁ।" অনুপম অপ্ৰতিভ হ'ল।

"আপোনাক মই আজি এটা কথা ক'ব খুজিছোঁ। আপুনি হয় তো মোক বৰ অভদ্ৰ বুলি ক'ব।"

অনুপমে বনলতালৈ তীব্ৰভাৱে চালে।

"আপোনাক মই ভাল পাওঁ। সেই কথা ক'বলৈ মই অলপো সঙ্কোচ নকৰোঁ। মোৰ ভালপোৱা সম্পূৰ্ণই আন্তৰিক আৰু শুদ্ধ। আপুনি মোক কিয় ইমান অবজ্ঞাৰ চকুৰে চায়, মই বুজি নাপাওঁ।"

অনুপমৰ মৰো যেন লাগিল বনলতাৰ কথাত। কি যে প্ৰলাপ বকিছে ছোৱালীজনীয়ে। অনুপমে উত্তৰ নিদিয়াতো বনলতাই আপোন মনে নিজৰ কথা কৈ গ'ল। অনুপমৰ কথা নভবাকৈ বনলতাৰ দিনটোৰ এটা মিনিটো নাযায়। অপ্ৰকাশৰ বেদনাত তাই গোটেই জনী জ্বলি পুৰি মৰে, অথচ অনুপমক সেই কথা কবলৈ ইমান দিনে তাইৰ সাহস হোৱা নাই—ইত্যাদি, ইত্যাদি। অনুপমে উত্তৰ নিদিলে। মাত্ৰ ক'লে যে গধূলি হ'ল। সিহঁত এতিয়া ঘৰলৈ উভতি যোৱা উচিত। বনলতা আৰু অনুপমে এইবাৰ ঘৰলৈ বুলি খোজ দিলে।



বেলিটো ইতিমধ্যে মাৰ গৈছিল। আৰু সন্ধ্যাৰ পাতল আন্ধাৰ নৈৰ পানীত পৰিছিলহি। গোটেই বাটটো সিহঁত দুয়ো মনে মনে থাকিল। অনুপমে এটাও কথা নক'লে। নিজৰ ঘৰৰ ওচৰ পাই সোমাব খুজি বনলতাই ক'লে, "মোক আপুনি বৰ বেয়া পাইছে নহয় ? ক্ষমা কৰিব দেই।" "বনলতা, মই বেয়া পোৱা নোপোৱাৰ কথালৈ তোমাৰ ভবাৰ প্ৰয়োজন নাই। মই তোমাক ইয়াকে মাত্ৰ কওঁ যে ভৱিষ্যতে তুমি এনেকুৱা কথা মোৰ আগত নক'বা। মই এই বিলাক অলপো ভাল নাপাওঁ।" বৰ নিকৰুণ ভাৱে কথা কেইটা কৈ অনুপম গুচি আহিল। বনলতালৈ এবাৰো উভতি নাচালে। ঘৰ পাই অনুপমে বাহিৰৰ বাৰাণ্ডাতে নিজৰাক লগ পালে। নিজৰাই একো নোকোৱা দেখি অনুপমে ক'লে, "মই কলেজৰ পৰা বাহিৰে বাহিৰেই সুৰভিহঁতৰ ঘৰলৈ গ'লো, বুজিছ নিজৰা।"

"মই জানো।" নিজৰাই লাহেকৈ ক'লে।

নিজৰাৰ চলচলীয়া চকুদুটা দেখি অনুপমে সুধিলে, "তোৰ কি হৈছে নিজৰা ? বাণু ক'ত ?"

"তাই শুলে। দিনত শোৱা নাই কাৰণে গধূলিতে শুই থাকিল।" অনুপম ভিতৰলৈ সোমাই গ'ল।

"ককাইদেউ, মই তোক এটা কথা ক'ব খুজিছো। বনলতাৰ লগত তই ফুৰিবলৈ নাযাবি। তহঁতক নৈৰ পাৰত দেখি আহি হলি ককায়ে মোক কৈছেহি।" নিজৰাই ক'লে।

"মই বনলতাৰ লগত ফুৰিলে হলি ককাইৰ কি হয় ?" অনুপমে টানকৈ কৈ পেলালে। নিজৰাৰ গালেদি বাগৰি অহা চকু পানী এটোপাল দেখি অনুপমৰ বৰ বিৰক্তি লাগিল।

"তোৰ কথা কোনোবাই বেয়াকৈ ভবাতো মই অলপো সহ্য কৰিব নোৱাৰো। সেই কাৰণেহে ক'লো। মা দেউতা কোনোতো আমাৰ নাই। গতিকে সকলোবোৰ আঘাত আৰু মান অপমান তোৰ আৰু

মোৰেই।” নিজৰাই চকুৰ পানীবোৰ চাদৰৰ আগেৰে মচি ল’লে। অনুপমৰ নিজকে বৰ অসহায় যেন লাগিল। নিজৰাৰ মূৰত হাত বুলাই অনুপমে লাহে লাহে ক’লে, “নিজৰা, তহঁত আটায়ে মোক ভুল বুজিছ। বনলতাৰ লগত মোৰ কোনো সম্পৰ্ক নাই। মোক বিশ্বাস কৰ।” নিজৰাই উত্তৰত একো নক’লে। অনুপম বাহিৰলৈ ওলাই আহিল।

আকাশত এতিয়া অযুত তৰাৰ নাচোন। হাতীপতিটো স্পষ্টকৈ জিলিকি উঠিছে। নিজৰাক সৰুতে হাতীপতিটো স্বৰ্গলৈ যোৱা জখলা বুলি অনুপমে কৈছিল। এই নীৰৱ করুণ মুহূৰ্ত্তটোত অনুপমে অকণমান লৰা এটাৰ দৰে ভাবিলে হাতীপতিটো যদি সঁচাকৈয়ে জখলা হলহেঁতেন। মাকৰ শীতল কোলালৈ এই বাটেদিয়েই অনুপম গুচি যাবগৈ পাৰিলেহেঁতেন। অনুপমে স্থিৰ দৃষ্টিৰে চাই ৰ’ল আকাশলৈ। নিজৰা এতিয়াও ওলাই অহা নাই। অনুপমে জানে অলপ পিছতে নিজৰা আহি তাক ভিতৰলৈ মাতি লৈ যাবহি। আৰু চকুত বিৰিঙা পানীবোৰ হাতেৰে মচি ওঁঠত হাঁহি ফুটাই তাক সুধিব, “ককাইদেউ, সুৰভিহঁতৰ কথা কছোন। কেচুৰাটো দেখিবলৈ কেনে হৈছে? সুৰভিৰ নিচিনা ধুনীয়ানে? আমাৰ ঘৰলৈ এদিন মাতি থৈ আহিছনে? “নিজৰাই একেটা উশাহতে বহুতবোৰ প্ৰশ্ন কৰি পেলাব। অনুপমে তাকে ভাবি বেজাৰৰ মাজতে অকণমান হাঁহিলে। চজিনাজোপাৰ পাতবোৰ বতাহে লৰাই দিলেহি। দুই এখিলা পাত নিঃশব্দে তললৈ সৰি পৰিল।

# অস্ত আকাশ

অৱশেষত মানুহজন আহিল। উকিলনীৰ মুখত এই কেইদিন তেওঁৰ কথা শুনি শুনি বনজা হায়ৰান। উকিলনীৰ হেনো কিবা দূৰ সম্পৰ্কীয়া ভনীয়েকৰ পুতেক। ইয়ালৈ বদলি হৈছে। গতিকে জেঠায়েকলৈ লিখি পঠাইছিলে ভাল ঘৰ এটা বন্দোবস্ত কৰি দিবলৈ। জেঠায়েকে জনালে, ঘৰ তেওঁৰে কেইবাটাও। গাৰ কাষৰে যিটো, সেইটো বৰ্ত্তমান খালি হৈ আছে। চুন-তেল দিয়া কাম কৰাইছে। তাতে থাকিবহি পাৰে। ঘৰৰে লৰা, ওচৰত থাকিলে তেওঁৰো ভাল লাগি থাকিব। বনজাই সুধিলে, “জেঠাইদেউ, আপোনাৰতো কোনো ভনীৰ কথা মোক কেতিয়াও কোৱা নাই। এই বিলাকনো কোন নতুন আপোন মানুহ ওলাল?”

উকিলনীয়ে হাঁহিলে, “একেবাৰে নিজৰ নহয়। বহুত দূৰ সম্পৰ্কীয়। সিহঁতৰ লৰা ছোৱালী বোৰ বাটে পথে দেখিলে চিনিয়েই নেপাম। নতুন আচহুৱা ঠাইখনলৈ আহিব। জেঠায়েক এজনী আছে বুলি শুনি হয়তো ভাল পাইছে।” উকিলনীয়ে বাকচত কাপোৰ ভৰাই আছিল। জীয়েকৰ ঘৰলৈ দুদিনমানৰ কাৰণে যাব। বহুতো দিন যোৱা নাই।

“শুনছোন, বনজা। মই আইমানুৰ তালৈ ওলালো। কাইলৈ পুৱাই যাম। ভাগিন লৰাটো আহিলে তই অলপ খবৰ কৰিবি। বেচেৰাই মোক নাপালেহি বেয়াই পাব। মই আমাৰ ধনেশ্বৰকো কৈছো।”

“কেতিয়াকৈ আহিবনো?” বনজাই সুধিলে।

“জানো কাইলৈ মানেই পাবহি পাৰে। কি কৈছো বুজিছ নহয়?”

"বুজিছো, বুজিছো জেঠাইদেউ। আপোনাৰ ভাগিন আহিলে ক'ব লাগিব যে জেঠাইদেৰে ঘৰটো দিব নোৱাৰি দুখ পাইছে। আন ঠাইতে ঘৰৰ খবৰ কৰিবলৈ কৈছে। আৰু জেঠাইদেউ জীয়েকৰ ঘৰলৈ গৈছে। এমাহৰ মুৰত আহিব। হ'ব নহয়?"

"বাঘেখাতী, চুপতি মাৰিবলৈ শিকিছ? ৰ মজা পাবি।" উকিলনীয়ে হাঁহি হাঁহি গালি পাৰিলে আৰু বনজাক মাৰিবলৈ খেদি গ'ল। বনজাই পিছফালৰ বাটেদি নিজৰ ঘৰলৈ দৌৰ দিলে আৰু ঘৰৰ বাৰাণ্ডাৰ পৰা অলপ চিঞৰি উকিলনীক ক'লে, "জেঠাইদেউ, আপুনি কি কি ক'বলৈ শিকাইছিল, পাহৰি গ'লো জানে? গধূলিকৈ যাম দেই। মুখস্থ কৰি আহিম।" উকিলনীয়ে বনজালৈ ঘোপাকৈ চাই ভিতৰত সোমাল।

স্কুলৰ পৰা আহি ঘৰৰ চিৰিত ভৰি দিয়াৰ লগে লগেই বনজাক ভায়েকে ক'লেহি, "বাইদেউ, জেঠাইদেউৰ ঘৰটোলৈ নতুন মানুহ আহিল।" বনজাই একো নকৈ ছাতিটো বন্ধ কৰি সোমাই গ'ল। জেঠ মাহৰ গৰমত এমাইল বাট স্কুলৰ পৰা খোজকাঢ়ি আহি অসম্ভৱ ভাগৰ লাগিছিল। মাতিবৰ মন নগ'ল। "ৰাতুল, কণৰামক কছোন জুইকুৰা জ্বলাবলৈ। চাহ একাপ খাব লাগিল। বৰ পিয়াহ লাগিছে।" বনজাই হাতৰ ঘড়ীটো খুলি মেজৰ ওপৰতে থৈ হাত মুখ ধুবলৈ বুলি পিছফালৰ টিউবৱেলটোৰ ফালে খোজ ল'লে। মুখখন ধুই গামোছাৰে মচি মচি বনজাই চকোৰাৰ সিপাৰৰ ঘৰটোলৈ চালে। সেইটোৰেই উকিলনীৰ ভাৰা ঘৰ। এই কেই দিন ঘৰটো একেবাৰে নিজান হৈ আছিল। আজি মানুহ আহিছে। বনজাৰ ভাল লাগিল। চকোৰাখন বৰ ওখ কাৰণে একো নেদেখি। চকোৰাৰ দাঁতিৰে কঠাল জোপাত কাউৰী কেইটামানে কৰ্কশ মাতেৰে ৰমলিয়াই আছে। কেইটামানে কাষৰে অমিতাজোপাত পৰি থকা অমিতা এটা লৈ কঢ়া আজোৰা লগাই আছে।



"ৰাতুল, এই কাউৰী বোৰ খেদা অ'। ৰাক্ষসবোৰৰ পৰা অমিতা কেইটাও পকিবলৈ' নাপায়।"

ৰাতুলে শিলগুটি এটা বুটলি লৈ জোৰেৰে মাৰি পঠিয়ালে। শিলগুটিটো গৈ চকোৰাৰ সিপাৰৰ ঢাপত পৰিলগৈ।

"এই ৰাতুল, চাবি। কাউৰী মাৰোতে কাৰোবাৰ মূৰ ভাঙিবি। তালৈ মানুহ আহিছে নহয়।" ৰাতুল দৌৰি গুচি আহিল। কনৰামে চাহ একাপ আনি দিলেহি।

বনজাই সুধিলে, "কনৰাম, ধনেশ্বৰ আছে নে নাই?"

"আছে বাইদেউ।"

"নতুন মানুহ জনৰ অলপ খবৰ বাতৰি লবলৈ তাক ক'বা। জেঠাইদেৰে মোক কৈ থৈ গৈছে।"

"সি তাতে আছে বাইদেউ। আমাৰ ৰাতুলো গৈছিল। এতিয়াহে আহিছে।" ৰাতুলে বায়েকৰ মুখলৈ চালে।

"ধনেশ্বৰে কৈছে, মানুহজন ডাক্তৰ। এচিষ্টেণ্ট চাৰ্জ্জন। নাম কিবা পি, বৰুৱা।" ৰাতুলে ক'লে।

বনজা চক খাই উঠিলে। "পলাশ বৰুৱা নেকি ৰাতুল?"

"হ'ব পাৰে তেনেকুৱা কিবা এটা। জান বাইদেউ, ডাক্তৰ জন ইমান ভাল। মোক খুব মৰম কৰিলে আৰু কাজু খাবলৈ দিলে। আবেলিকৈ আকৌ মাতিছে।"

বনজাই ভায়েকৰ কথাত উত্তৰ নিদিলে। ডাক্তৰ পলাশ বৰুৱা জানো সচাকৈয়ে হয়? বনজাৰ বুকুখন গধুৰ গধুৰ লাগিল। ধেৎ তাই যে কি ভাবিছে। একে নামৰ মানুহ দুজন থাকিব নোৱাৰে নেকি? বনজা ভিতৰ সোমাই গ'ল। বনজাই একো নমতা দেখি ৰাতুলে ভাবিলে, বায়েকে হয়তো নতুন মানুহজন অহাৰ কাৰণে ভাল পোৱা নাই। তাতে আকৌ ডাক্তৰ। ক'ৰবাত কেতিয়াবা বেজী দিব। বায়েকে বেজী লবলৈ বৰ ভয় কৰে। এবাৰ জ্বৰ হওঁতে

ডাক্তৰে বেজী দিব খোজাত যিমানহে কান্দিলে। উকিলনী জেঠাইদেৱে খুবকৈ দাবি দিয়াতহে পিছত ল'লে। ৰাতুলে ভাবিলে—বাইদেউৰ যে ভয়টো। ডাক্তৰ হলেই বেজী দিব নেকি? বাইদেউজনী মস্ত আঁকৰী।

তেতিয়া বেলি পৰিল। দিনটোৰ প্ৰখৰ গৰমটো অলপ শাম কাটিছে। অলপ অলপ বতাহো মাৰিছে। বনজাই মূৰ আচুৰিবৰ বাবে আইনাখনৰ ওচৰত থিয় হৈ খিৰিকীৰে এবাৰ কাষৰ ঘৰটোলৈ চালে। ঘৰটো বেছ নিস্তব্ধ হৈ আছে। ৰান্ধনীঘৰৰ পৰা অলপ অলপ ধোঁৱা ওলাইছে। বোধকৰো ডাক্তৰৰ কামকৰা লৰাটোৱে চাহ কৰিবলৈ লৈছে। ধনেশ্বৰো নিশ্চয় তাতে আছে। বনজাই ভাবিলে উকিলনীয়ে কৈ যোৱা মতে তাই এবাৰ মানুহজনৰ খবৰ লবলৈ যাব লাগিছিল। অপৰিচিত মানুহ এজনৰ ঘৰলৈ হঠাতে কেনেকৈ যোৱা যায়? বনজাৰ অলপ অস্বস্তি লাগিল। তাই ভাবিলে ৰাতুলকে পঠাই দিব ডাক্তৰক সিহঁতৰ ঘৰলৈ মাতি থৈ আহিবলৈ। ৰাতুলক বিচাৰি কেইবাবাৰো বনজাই চিঞৰিলে। ৰাতুল নাই। বোধকৰো ঘৰৰ কাষৰে পথাৰখনত বল খেলিবলৈ গ'ল। কনবামো অলপ আগতে বজাৰলৈ বুলি ওলাই গৈছে। মূৰটো আচুৰি টানকৈ খোপা এটা বান্ধি, চেন্দেলজোৰ ভৰিত সুমুৱাই বনজা বাহিৰলৈ ওলাই আহিল। বাহিৰখন নিমাত, নিতাল। আলিবাটতো মানুহৰ অহা যোৱা নিচেই পাতল। অদূৰৰ পথাৰখনত বল খেলি থকা লৰাজাকে মাথো অলপ চিঞৰ বাখৰৰ সৃষ্টি কৰিছে। বনজাই কি কৰিব ভাবিলে। ইতিমধ্যে ডাক্তৰৰ ঘৰটোৰ পৰা এজন মানুহ ওলাই আহিল। প্ৰথমতে বনজাই ভাল-দৰে দেখা নাছিল। বনজাৰ ফালে মুখখন ঘুৰাওতে আবেলিৰ পোহৰত স্পষ্ট ভাৱে মানুহজন বনজাই দেখিলে। বনজাঅবাক্। সঁচাকৈ সেয়া পলাশ বৰুৱাই। বনজাই চালে আকৌ এবাৰ।



পলাশ বৰুৱাক তাই দেখা নাই যদিও ফটো তাইৰ হাতত আছে। পূৰঠ, সুন্দৰ মুখ আৰু চকুত শকত ফ্ৰেমৰ চশমাৰে পলাশ বৰুৱাৰ ফটোখন দেখি তাই ভাবিছিল এইজন মানুহক তাই যদি ক'ৰবাত বহুত মানুহৰ মাজতো দেখে তথাপি তাই চিনি পাব। এইখন মুখ যে তাইৰ মনৰ ফলিত কাহানিবাই অঙ্কিত হৈ গ'ল। এই এখন অনিন্দ্য সুন্দৰ মুখকে তাইৰ চকু দুটাই আকুলভাৱে হাজাৰজনৰ মাজত বিচাৰি ফুৰে। অথচ আজি কিমান কাষৰতে সেই মানুহজন ৰৈ আছে। বনজা বিচলিত হৈ পৰিল। কিন্তু পিছ মুহূৰ্ত্ততে নিজকে সংযত কৰি ল'লে। ক'তা পলাশে দেখোন তাইক চিনি পোৱাৰ কোনো লক্ষণেই দেখুওৱা নাই। পাহৰি গ'ল চাগে। তাইৰ দৰে নিতান্ত সাধাৰণ ছোৱালী এজনীক অহৰহ মনত ৰাখি কি লাভ? তাইৰ দৰে হয়তো কতজনী ছোৱালীৰ লগতে পলাশৰ নিবিড় ঘনিষ্ঠতা আছে। বনজাৰ মুখৰ পৰা দীঘল হুমুনিয়া এটা সৰি পৰিল। অলপো লৰচৰ নকৰাকৈ বনজা ৰৈ থাকিল। ডাক্তৰে বনজাৰ মুখলৈ অলপ পৰ চালে আৰু তাৰ পিছত মটৰখন উলিয়াবলৈ বুলি গেৰেজটোলৈ সোমাই গ'ল। বনজাৰ চকুৰ আগেদিয়েই মটৰখন লৈ ডাক্তৰ ওলাই গুছি গ'ল। পিছফালে ছটিয়াই থৈ যোৱা ধুলিবোৰে বাটটো নেদেখা কৰি দিলে। লগতে সৰু মটৰখনো। বনজা ঘৰলৈ উভতি আহিল। বাহিৰৰ কোঠাৰ মেজখনৰ ওপৰতে লেমটো কমাই জ্বলাই থোৱা আছিল। ফিটাদাল বঢ়াই দি লেমটো হাতত লৈ বনজা তাইৰ কোঠালৈ সোমাই গ'ল। পলাশ বৰুৱাৰ ফটোখন লেমৰ পোহৰলৈ নি তাই চালে,—এবাৰ খুব ভালকৈ পৰীক্ষা কৰিলে। সেই একে মুখ, একে নাক, একে চশমা, একে চুলিৰ ভাঁজ। বনজাৰ হাত দুখন কঁপি উঠিল। ফটোখন ভৰাই থৈ বনজাই অৱশ হৈ বিছনাত বহি পৰিল।

সেইবোৰ আজি চাৰি বছৰৰ আগৰ কথা। মানে বনজা বি, এ

পঢ়ি থকাৰে কথা। পলাশ বৰুৱাৰ কবিতাই যেতিয়া কলেজীয়া ছাত্রছাত্রীৰ মাজত আলোড়নৰ সৃষ্টি কৰিছিল, সেই সময়ৰে কথা। আজিকালি পলাশে কবিতা নিলিখে। ডাক্তৰী জঞ্জালেৰে পৰিপূৰ্ণ জীৱনত কবিতা লিখাৰ অৱসৰ ক'ত ? নানা বেমাৰৰ লগত যুঁজি যুঁজি ৰোগীক নিৰাময় কৰি ফুৰা ডাক্তৰৰ এতিয়া আৰু কবিতা লিখাৰ সময় নাই। সেইকাৰণেই নিলিখে। পলাশ বৰুৱাৰ কৱিতা পঢ়ি বনজাই ভাবিছিল, ইমান ধুনীয়া কবিতা লিখা মানুহজনক যদি তাই ব্যক্তিগতভাৱে জানিলেহেঁতেন। খুব জানিবৰ মন যায়। পলাশ বৰুৱা মেডিকেল কলেজৰ ফাইনেল ইয়েৰৰ ছাত্ৰ বুলি জানি বনজা সঁচাই অবাক হৈছিল। ডাক্তৰ মানুহেও ইমান সুন্দৰ কবিতা লিখিব পাৰে। চপচপীয়া বগা এপ্ৰন পিন্ধি অপাৰেশ্যন থিয়েটাৰত ডিউটিত থকা ডাক্তৰে ইমান মোহনীয় কবিতা লিখিব পাৰে বুলি ভাবি বনজা আচৰিত হ'ল। পলাশৰ এটা কবিতা এবাৰ ঘূৰাই ঘূৰাই বহুতবাৰ পঢ়ি বনজাই এজন জনপ্রিয় কবিৰ এফাকি কবিতা মনে মনে আওৰালে, “তোমাৰ কবিতা ধুনীয়া যিমান, আকাশ নহয় ধুনীয়া সিমান।” অৱশেষত বনজাই সেই কবিতাটোৰ কাৰণে অভিনন্দন জনাই পলাশ বৰুৱালৈ এখন চিঠি দিলে। উত্তৰ অনতিপলমে আহিল। পলাশ বৰুৱাই কৃতজ্ঞতা জনালে। ইয়াৰ পিছত বনজা আৰু পলাশৰ বহুতবোৰ চিঠিৰ আদান প্ৰদান হ'ল। বনজাই লাহে লাহে বুজি উঠিলে তাইৰ অন্তৰৰ চাৰিওটা চুক অধিকাৰ কৰি পলাশ নামৰ দূৰচিনাকি মানুহজন বহি আছে। বনজাই লক্ষ্য কৰিলে পলাশৰ চিঠিবোৰতো যেন তাইৰ প্রতি কিবা এক অনুকম্পাই প্ৰকাশৰ বাট বিচাৰি হাবাথুৰি খাই ফুৰে। অৱশেষত পলাশে তাকে স্পষ্টভাৱে লিখি নিদিয়ে। মেডিকেল পঢ়া বনজাৰ বন্ধু এজনীৰ পৰা তাইৰ ছবি এখনো হেনো পলাশে খুজি নিছিল। তাৰ পিছত বনজাই নোখোজাকৈয়ে পলাশে নিজৰো এখন বনজালৈ পঠাই দিলে। এইবোৰ বহুত পুৰণি কথা। চাৰিবছৰৰ আগৰ। মেডিকেল পাছ কৰাৰ পিছত পলাশে বনজালৈ আৰু চিঠি দিয়া নাই। পলাশে বনজাক সহজভাৱেই পাহৰি পেলালে। বনজাই কিন্তু পাহৰা নাই। পলাশ বৰুৱাক পাহৰা মানে তাইৰ নিজৰ সত্তাটোকে পাহৰি যোৱা। সেই কথা বনজাই ভাবিবই নোৱাৰে। আজি চাৰিটা বছৰে সেই একেবোৰ স্মৃতিকে বনজাই সাৰটি লৈআছে। সময়ৰ মামৰে খোৱা পুৰণি অতীতটোৰ কিছুমান কথাকে পাগুলি পাগুলি বনজা বিছানাত বহি থাকিল। তাৰ পিছত কণৰাম আহিল। বজাৰৰ বস্তুৰ মোনাটো ৰান্ধনীঘৰত থৈ কণৰামে বনজাক হিচাপ লবলৈ চিঞৰি মাতিলে। কণৰামে বনজাক ক'লে, “বাইদেউ, আপুনি ডাক্তৰৰ তালৈ গৈছিল ?”



বনজাই মূৰ জোকৰাত কণৰামে আকৌ ক'লে, “মই আকৌ তেওঁলোকৰ বজাৰখনো কৰি দি থৈ আহিলো। নেপালী লৰাটোৱে অচিনাকি ঠাইত ক'ত চাগে বজাৰ বিচাৰি পাব।” বনজাই একো নামাতিলে।

পিছদিনা ৰাতিপুৱাও বনজাৰ ডাক্তৰৰ খবৰ লবলৈ যোৱা নহ'ল। যাবৰ মন নগ'লে। ন বজাত স্কুললৈ বুলি বনজা ঘৰৰ পৰা ওলাল। সৰু ছাতিটো মেলি লৈ ডাক্তৰৰ ঘৰৰ আগেদি বনজাই খোজ দিলে। বাহিৰত খবৰ কাগজ এখন পঢ়ি ডাক্তৰক বহি থকা দেখি বনজাৰ বুকুখন কঁপি উঠিল। ছাতিটো অলপ বেঁকা কৰি লৈ বনজাই খোজৰ গতি বঢ়াই দিলে। ডাক্তৰে বনজালৈ এবাৰ লাহেকৈ চালে। কিন্তু পিছ মুহূৰ্ত্ততে চকু নমাই কাগজত নিবিষ্ট কৰিলে। বনজাৰ ভৰি দুখন অলপ কঁপাৰ দৰে লাগিল। গোটেই বাটটো বনজাই পলাশৰ কথাকে ভাবি ভাবি গ'ল। পলাশে নিশ্চয় বনজাক দেখা নাই। কাষৰ ঘৰটোতে বনজা ভূঞা নামৰ ছোৱালীজনী থাকে বুলিও

পলাশে নিশ্চয় নাজানে। নহ'লে পলাশে বনজাৰ প্ৰতি এনেকুৱা উদাসীনতা দেখুওৱাৰ কোনো অৰ্থই থাকিব নোৱাৰে। এইদৰে এশ এবুৰি চিন্তাৰ মাজত উৱাদিহ হেৰুৱাই বনজাই স্কুল কেনেকৈ পালেগৈ কবই নোৱাৰিলে। ক্লাচ লবলৈ বনজাৰ অলপো মন নগল! প্ৰথম ক্লাচটো নৱমমান শ্ৰেণীত আছিল। ছোৱালীবিলাকক প্ৰশ্ন এটা লিখিবলৈ কৈ বনজা মনে মনে বহি থাকিল। বনজাৰ চিন্তাযুক্ত মুখখনলৈ চাই দুই এজনী ছোৱালীয়ে ফুচফুচাই কোৱা মেলা কৰিলে, "বাইদেউৰ আজি কিবা এটা হৈছে। ইমান মন মাৰি আছে।" সিহঁতৰ সৰু সৰু মাত কেইটা কাণত পৰাত বনজাই অকণমান হাঁহিলে। আবেলি তিনি বজাত ঘৰলৈ ঘুৰি আহি বনজাই ভাবিলে এইবাৰ তাই সঁচাকৈয়ে পলাশ বৰুৱাৰ ওচৰলৈ যাব লাগিব। নিজৰ কাৰণে নহ'লেও উকিলনীৰ কাৰণেই তাই এবাৰ হ'লেও ডাক্তৰৰ খবৰটো লব লাগিব। চাহ খাই লৰালৰিকৈ কাপোৰ জোৰ সলাই বনজা ডাক্তৰৰ ঘৰলৈ বুলি ওলাই গ'ল।

ড্ৰয়িং ৰুমৰ পৰ্দ্দাখন ডাঙি বনজা অমণমান থমকি ক'ল। ঘৰখন ইমান নিজান লাগিছে। কোনো নাই কিজানি। বনজাই চাৰিও-ফালে এবাৰ চকু ফুৰালে। আগদিনাহে মাত্ৰ আহি পাইছে! ইমান কম সময়ৰ ভিতৰতে ডাক্তৰে ঘৰটো সজাই পৰাই ধুনীয়া কৰি পেলালেই। ক্ৰিম ৰঙৰ বেতৰ চোফা এখন আৰু তিনিখন চকী। মাজৰ ঘুৰণীয়া বেতৰ টেবুলখনত পাতল পাতল সেউজীয়া কাপোৰ আৰু ফুলদানী এটাত এথোপা শুধবগা 'চুইটপি'। এটা চুকত থকা সৰু ৰেডিঅ'টোৰ ওপৰতে সেইখন পলাশৰ ছবি। বনজাই দূৰৰ পৰাই চালে এবাৰ। কাকো নেদেখি বনজাৰ সঁচাকৈয়ে বৰ অস্বস্তি লাগিল। কি কৰিব ভাবোতেই বনজাই দেখিলে, ভিতৰ ফালৰ বাৰান্দাখনৰ পৰা তাৰেলেৰে মুখখন মচি মচি ডাক্তৰ—মানে পলাশ বৰুৱা সোমাই আহিছে। বনজা থিয় হ'ল।



"অ' আপুনি আহিছে?" ডাক্তৰে লাহেকৈ হাঁহি ক'লে। বনজাই কি কব বিচাৰি নাপালে। ডাক্তৰে একো নোকোৱাকৈয়ে বনজা চোফাখনত বহি পৰিল।

"মোক চিনি পাইছে?" বনজাৰ মুখৰ পৰা অতৰ্কিতে সৰি পৰিল।

"কিয় নাপাম; পাইছোঁ। আপোনাৰ ওচৰলৈ ময়েই যাব লাগিছিল। ৰাতুলৰ লগততো মোৰ ইতিমধ্যে খুবেই বন্ধুত্ব হৈ গৈছে।" ডাক্তৰে হাঁহি কলে।

"বাৰু আপুনি বহকছোন। মই অকণমান আহিছো।"

ডাক্তৰ গুছি যোৱাৰ লগে লগে বনজাই দীঘলকৈ উশাহ এটা ল'লে। হওঁক তেও, চিনি পাইছে বুলি যে কৈছে, সেয়েই যথেষ্ঠ। ডাক্তৰ আকৌ আহিল।

"চাহ খাব?"

"নালাগে। এইমাত্ৰ খাই আহিছো।"

"একো নহয়। একাপ খাওক মোৰ লগত।"

ডাক্তৰৰ কথা বতৰাত আত্মীয়তাৰ সুৰটো বনজাৰ ভাল লাগিল। ইতিমধ্যে নেপালী লৰাটোৱে ট্ৰে এখনত চাহ দি গ'লহি। দুখন প্লেটত কণীৰ অম্‌লেট আৰু বিস্কুট। বনজাই চাহ বাকিলে। একাপ ডাক্তৰলৈ আগবঢ়াই দিলে। চাহ কাপ ওচৰলৈ নি ডাক্তৰে সুধিলে, "আপুনি স্কুলত কাম কৰে নহয়?"

"তাকেই কৰিছো। মামাহঁতৰ খৰচত বি, এ পাছ কৰিলো। এম, এ টোও পঢ়ি পেলাবৰ মন আছিল। ৰাতুলৰ কাৰণেই কাম কৰিবলৈ বাধ্য হৈ পৰিলো।" বনজাই ডাক্তৰৰ ফালে নোচোৱাকৈয়ে কৈ গ'ল।

"জেঠাইদেউৰ লগত আপোনালোকৰ বৰ ভাল নহয়? মোক ৰাতুলে কলে।"

"অ' হয়। পিচে জেঠাইদেউ যে আপোনাৰো জেঠাইদেও, সেইকথাহে নাজানিছিলো। জেঠাইদেউ আইমান্নু বাইদেউহঁতৰ তালৈ গৈছে। আপোনাৰ খবৰ লবলৈ মোকে কৈ গৈছিল। মই কালি গধূলি আহিম বুলি ভাবিছিলো। পিচে আপুনি তেতিয়া ওলাই গ'ল।"

ডাক্তৰে একো নকৈ চাহ খোৱাত লাগিল। বনজাও মনে মনে বহি ৰ'ল। ডাক্তৰে চিঠিৰ কথা, তাইৰ ফটোৰ কথা, একোকে উল্লেখ নকৰিলে। আজিকালি কবিতা লিখিবলৈ কিয় এৰি দিলে বনজাৰ সুধিবৰ মন আছিল। বহুত ভাবি চিন্তি নুসুধিলে। সেইবোৰ পুৰণি কথা উলিয়ালে ডাক্তৰে বেয়া পাব পাৰে। বনজাই ডাক্তৰৰ লগত পাতিবলৈ আৰু একো কথা বিচাৰি নাপালে।

"মই আকৌ অলপ ওলাই যাব লগা হ'ল, আপোনাৰ লগত বেছি সময় কথা পাতিবলৈ নাপালোৱেই। বেয়া নাপাব।" ডাক্তৰে থিয় হৈ ক'লে।

"নাই বেয়া পাম কিয়? ময়ো যাওঁ। আপুনি আমাৰ তালৈ কেতিয়া যাব কওঁক।"

"কাইলৈ যাম বাৰু সময় কৰিব পাৰিলে।"

বনজাই মাত লগাই ওলাই আহিল। গধূলিৰ পাতল আন্ধাৰৰ মাজেদি খৰকৈ খোজ দি বনজা ঘৰ পালেহি। পলাশ বৰুৱা নামৰ মানুহজনৰ কথা ভাবি বনজা সঁচাকৈয়ে অবাক হ'ল। চিঠিৰ মাজত লুকাই থকা মানুহজন আৰু আচল মানুহজনৰ মাজত ইমান বেছি পাৰ্থক্য। চিঠিবোৰ ইমান আবেগপূৰ্ণ; অথচ মানুহজনৰ কথাবোৰ ইমান পোন পোন। বনজাই ঠিক কৰি পেলালে কাইলৈ তাই পলাশক কবিতা নিলিখাৰ কাৰণটো সুধিবই। আৰু বহুতো কিবাকিবি সুধিব। ঘৰলৈ আহি বনজাই পুনৰবাৰ পলাশৰ ফটোখন উলিয়াই চালে আৰু পলাশৰ চিঠিৰ লাইন এটা মনে মনে আওঁৰাই ৰান্ধনীঘৰলৈ গ'ল।



নানাকামত ব্যস্ত ডাক্তৰে বনজাৰ তালৈ আহিবলৈ সময় কৰিব নোৱাৰিলে। বনজাৰ অলপ বেয়া লাগিল। পলাশ বৰুৱা নামৰ মানুহজন তাৰ মানে সম্পূৰ্ণই সলনি হৈ গল। বনজাৰ লগত গঢ়ি উঠা অতীতৰ নিবিড় আত্মীয়তা ডাক্তৰৰ আৰু একেবাৰেই মনত নাই। ডাক্তৰৰ ওচৰলৈ আৰু কেতিয়াও নাযাবলৈ বনজাই ঠিক কৰিলে। ৰাতুলে কলেহি, "বাইদেউ, ডাক্তৰ দাদাই মোক অথনি লগ পাই তোৰ কথা সুধিছিলে। আমাৰ ঘৰলৈ আহিবলৈ সময় কৰিব পৰা নাই কাৰণে বৰ বেয়া পাইছে।"

বনজাই একো নামাতিলে।

"আজি হেনো ডাক্তৰ দাদাৰ ঘৰলৈ কোনোবা আলহী আহিব।"

"কোন আলহী অ' ৰাতুল?"

"কব নোৱাৰো। ঘৰৰ মানুহ কোনোবা চাগে।"

বনজা লৰালৰিকৈ উঠিল। খবৰটো কৰি আহিবলগীয়া হ'ল। মাক, ভনীয়েক কোনোবা আহিব চাগে। বনজা যাবলৈ ওলাই আহি আকৌ উভতি আহিল। টেবুলৰ ড্ৰয়াৰটো খুলি পলাশৰ ফটোখন হাতত ল'লে। বনজাই ঠিক কৰিলে ফটোখন তাই লৈ যাব আৰু দেখুৱাই সুধিব—তাইলৈ ফটোখন পঠোৱা পলাশৰ মনত আছে নে নাই? নে সেইবোৰ কথা পলাশে সম্পূৰ্ণৰূপে পাহৰি পেলালে। বনজা ঘৰৰ পৰা ওলাই গ'ল।

বনজাক দেখি ডাক্তৰৰ কাম কৰা লৰাটোৱে বহিবলৈ দিলে আৰু কলে চাহাব নাই, গাড়ী লৈ ওলাই গৈছে। অলপ পিছতেই পাবহি। বনজাই অকণমান বাট চোৱাটোকে ঠিক কৰিলে। চোফা এখনত আউজি বহি বনজাই এবাৰ পলাশৰ ফটোখনলৈ চালে। তাইক দিয়াখনৰে সৈতে সম্পূৰ্ণ একে। বনজাই বহুত পৰ চাই থাকিল। টেবুলৰ পৰা সেইদিনাৰ খবৰ কাগজখন লৈ ওপৰে ওপৰে চকু ফুৰাওঁতেই বনজাই গম পালে ডাক্তৰ আহিছে। বনজা

বহাৰ পৰা নুঠিল। গাড়ীখন গেৰেজত থৈ ডাক্তৰ ব্যস্তভাবে সোমাই আহিল।

"ইচ ৰাম আপুনি দেখোন? কেতিয়াবাৰে পৰা বহি আছে?"

"আমাৰ ঘৰলৈ যাম বুলিতো বৰ ফাকি দিলে। আচলতে ময়ো আহিব নালাগিছিল।" বনজাই অভিমান কৰি ক'লে।

"সময়ৰ নাটনিত যাব পৰা নাই। বেয়া পালে মোৰ আৰু উপায় নাই।"

ফেনখন খুলি দি ডাক্তৰ বহিলহি।

"সময়ৰ যে আপোনাৰ নাটনি, সেইকথা বহুত দিনৰ আগতেই বুজিলো। আজি নতুনকৈ বুজাবৰ প্ৰয়োজন নাই।"

ডাক্তৰে চকুত অবাক দৃষ্টি লৈ বনজাৰ মুখলৈ চালে।

"অঁকবাৰ দৰে কি চাইছে? বনজা নামৰ ছোৱালীজনী আৰু মই একেজনী হয় নে নহয় বিজাই চাইছে নেকি?"

বনজাই একে উশাহেৰে কৈ পেলালে। বনজাই দেখিলে ডাক্তৰৰ মুখখন অসম্ভৱ ৰঙা হৈ পৰিছে। অপ্ৰতিভ কৰি দিব পাৰি বনজাৰ ভাল লাগিল। বনজাই আশা কৰিলে ডাক্তৰে এইবাৰ কিবা কব। ডাক্তৰে কিন্তু একোকে নকলে। মনে মনে বহি থাকিল।

"এটা কথা ভাবি মই সচাঁই আচৰিত হওঁ জানে। মানুহৰ মনৰ পৰিবৰ্ত্তন ইমান ঘনাই হয় কিয়?"

"তাৰ মানে?" ডাক্তৰে বনজাৰ মুখলৈ চালে।

"মানে একো নাই। বেমাৰ আৰু বেমাৰীৰ লগত যুঁজ কৰি কৰি জীৱনৰ অন্য এটা দিশৰ কথা আপুনি একেবাৰেই পাহৰি গৈছে। তাকে কৈছোঁ।" বনজাই খবৰ কাগজ খনৰ পাত লুটিয়াই আপোন মনেৰে কলে।

তাই দেখিলে ডাক্তৰ ইতিমধ্যে উঠি গুছি গৈছে। বনজা বহি ৰ'ল অকলে। বনজাই ভাবি আচৰিত হ'ল ইমানবোৰ কথা কোৱা



আৰু শুনাৰ পিছতো ডাক্তৰ কিয় ইমান নিৰ্ব্বিকাৰ হৈ আছে। বনজা অসম্ভৱ আহত হ'ল। খং আৰু বেজাৰত বনজাৰ কান্দি পেলাবৰ মন গ'ল। তাই ভাবিলে ডাক্তৰক তাই খুব গালি পাৰি দিব। আৰু তাইক দিয়া ফটোখন ফালি থৈ বনজা গুছি যাবগৈ। এইটো ঘৰত ভৰি দিবলৈ তাই আৰু কেতিয়াও নাহে। বনজাই শুনিলে ডাক্তৰে কাম কৰা লৰাটোক চাহ লৈ আহিবলৈ চিঞৰি কৈছে। চাহৰ কি প্ৰয়োজন? বনজাইতো চাহ খাবলৈ অহা নাই। তাই সুধিবলৈ আহিছে মাত্ৰ—বনজাৰ ওপৰত ইমান উদাসীনতা দেখুওৱাটো ডাক্তৰৰ কি অভিপ্ৰায়? বনজাই দুৱাৰৰ ফালে চালে। ডাক্তৰ সোমাই আহিল।

"আজি মোৰ আলহী আহিব জানে। অলপ পিছতে পাবহি।"

"কোন আহিব?" বনজাই সুধিলে।

"ককাইদেউ, নবৌ আৰু এবছৰীয়া ভতিজা মুনমুন। মুনমুন জনী যে ইমান মৰমলগা। তাইক পালে আপুনি নেৰিবই।"

"আপোনাৰ ককাইদেউ ক'ত থাকে?" বনজাই অলপো আগ্ৰহ প্ৰকাশ নকৰাকৈ সুধিলে।

"চাবুৰাত। প্ৰজেক্টৰ ডাক্তৰ। নাম আপুনি কিজানি শুনিছেই। আগতে সি খুব কবিতা লিখিছিল।"

বনজাৰ মূৰটো ঘুৰোৱাৰ দৰে লাগি গ'ল। কবিতা লিখিছিল? ডাক্তৰ? তাৰ মানে? তাৰ মানে কোন হ'ব সেয়া? বনজাই নমতা দেখি ডাক্তৰে আকৌ ক'লে, "নাম পলাশ বৰুৱা। এতিয়া চাগে বুজি পাইছে?"

বনজাই হতবাক হৈ ডাক্তৰৰ মুখলৈ চাই থাকিল।

"সৌখন পলাশৰে ফটো। নবৌ আৰু মুনমুনৰো আছে। আপোনাক পিছত দেখুৱাম বাৰু।" বনজাই এবাৰ পলাশৰ ফটো খনলৈ আৰু এবাৰ ডাক্তৰৰ মুখলৈ চালে। ডাক্তৰে সাধাৰণ ভাবে

হাঁহি কলে, "ককাইদেউ আৰু মোৰ মুখৰ মাজত একো পাৰ্থক্য নেদেখি আপুনি আচৰিত হৈছে বুজিছোঁ। আমি দুইটা একে হোৱাৰ কাৰণ কি জানে? সি মোতকৈ মাত্ৰ দহমিনিটৰ ডাঙৰ।" বনজাই এইবাৰো একো নামাতিলে।

"আমাৰ দুইটাৰ চেহেৰাৰ মাজত মাত্ৰ এটা সৰু পাৰ্থক্য আছে। পলাশৰ কপালত এটা ক'লা ডাগ আছে। তুলসী বুলি যে কয় তেনেকুৱা। আপোন মানুহেও আমাক কেতিয়াবা ভুল কৰে।"

ইয়াৰ পিছত নিজকে প্ৰকৃতিস্থ কৰোতে বনজাৰ যথেষ্ট সময় লাগিল।

"মই আপোনাক এই গোটেই কিদিনে পলাশ বৰুৱা বুলিয়েই ভাবি আছিলো। আপোনাৰ নামটো সোধো। খং নকৰিব।"

"মোৰ নাম পৰশ। আমাৰ নাম দুটাৰো অসম্ভৱ সামঞ্জস্য আছে। মাত্ৰ মাজৰ আখৰটোহে বেলেগ।"

ডাক্তৰে আকৌ ক'লে—"মই এইমাত্ৰ বুজি পাইছো যে পলাশৰ লগত আপোনাৰ চিনাকি আছিল। সেই চিনাকি খুব সম্ভৱ চিঠিপত্ৰৰ যোগাযোগেৰে। মুখেৰে নহয়। নহয় জানো! আৰু সেইকাৰণেই হয়তো আপুনি মোক নকবলগীয়া কথা কিছুমান কৈ পেলাইছিল।" বনজা থিয় হ'ল। "মই যাওঁ। আপোনাৰ আলহী আহি পাবৰে হ'ল।"

ডাক্তৰ ব্যস্ত হৈ উঠিল। "চাহ নোখোৱাকৈ যাব নোৱাৰে। পলাশহঁতো এতিয়া আহি পাবহিয়েই। আপোনাক লগ পালে খুব ভাল পাব।"

"ধন্যবাদ বৰুৱা। চাহ নালাগে। আপোনাৰ ককাইদেউক মানে পলাশ বৰুৱাক লগ নধৰাটোৱেই মোৰ পক্ষে মঙ্গলজনক। মই আহিলো।"

বনজা প্ৰায় দৌৰিয়েই ওলাই গুছি গ'ল। ডাক্তৰে কি কৰিছে



এবাৰো তাই উভতি নাচালে। বায়েকক বৰ ব্যস্তভাৱে যোৱা দেখি বাতুলে সুধিলে, "বাইদেউ, কি হ'ল তোৰ?"

"তেনেকৈ একো হোৱা নাই। মূৰটো অলপ বেয়া লাগিছে।"

বিছনাখনত পৰি বনজাই দীঘল উশাহ এটা ল'লে। মূৰটো তাইৰ সঁচাকৈয়ে ঘূৰাইছে। গাৰুটোতে মূৰটো গুজি দি নিঃসাৰ হৈ বনজা পৰি থাকিল। কেইটামান মিনিটৰ পিছতে ডাক্তৰৰ ঘৰলৈ সোমাই অহা গাড়ীখনৰ শব্দ শুনি বনজা একে চাবে উঠিল। খিৰিকীৰ ওচৰলৈ আহি বনজাই ডাক্তৰৰ ঘৰলৈ চালে। গধূলিৰ আধা পোহৰ আধা ছাঁৰ মাজত বনজাই দেখিলে পলাশ বৰুৱা গাড়ীৰ পৰা নামি আহিছে। লগে লগে ঘৈণীয়েক আৰু এবছৰীয়া জীয়েক মুনমুন। গধূলিৰ শেঁতা পোহৰৰ মাজত পলাশৰ কপালৰ ডাগটো বনজাই ধৰিব নোৱাৰিলে। মুখামুখি হৈ যোৱা ভায়েক আৰু ককায়েকক দেখি বনজাই মাত্ৰ ইমানকেই বুজিলে যে পলাশ আৰু পৰশ—একেজন মানুহৰে দুটা সংস্কৰণ। অথবা একেটা সংস্কৰণৰে দুজন মানুহ। আকাশৰ বগা পোহৰবোৰ মলিয়ণ কৰি ঘনাই নমা গধূলিৰ আন্ধাৰৰ মাজত চকুত সীমাহীন বিস্ময় লৈ বনজা ভূঞা নামৰ ছোৱালীজনী অবাক হৈ ৰৈ থাকিল।

# বেলি ফুলৰ সপোন

ৰাতি কিজানি পুৱাবৰে হ'ল। বাহিৰত দুই এটা চৰাইৰ মাত শুনিছো। গোটেই ৰাতি চকুলৈ মোৰ টোপনি নাহিল। চকু দুটা ইমান পুৰিছে। জগটোৰ পৰা পানীবোৰ বাকি লৈ চকুত সানি দিছিলো। তথাপিও পোৰণি নকমে। টোপনি নাহিলে মানুহৰ কেনেকুৱা লাগে মই নাজানিছিলো। আজি কেইদিনমানৰ পৰাহে জানিছো। টোপনি মোৰ আৰু নাহে। মই জানো। মোৰ মূৰটোও যে ইমান বিষাইছে। ৰাতি শুবলৈ আহিবৰে পৰা মই কেৱল কান্দিছো মনে মনে। সেই কাৰণেই চাগে মূৰ বিষাইছে। দেউতাই কয় মোৰ হেনো সৰুৰে পৰাই কেতিয়াবা অকণমান কান্দিলেই জ্বৰ উঠে। আজিও জ্বৰ উঠিব কিজানি। গাটো ইমান বেয়া লাগিছে। মই যদি এতিয়া চিঞৰি চিঞৰি কান্দি দিওঁ, ঘৰখনৰ আটাইবোৰ মানুহ ব্যস্ত হৈ দৌৰি আহিব। দেউতাই মোৰ চকুপানী মচি দিবহি। ভৰিত গৰম মোজা পিন্ধাই দিব আৰু মোৰ গাত গৰম কাপোৰবোৰ সৰহকৈ জাপি দি ওচৰতে বহি থাকিব। দেউতাই মোৰ মূৰত হাত ফুৰাই দি ক'ব, "লিয়নী, মোৰ সোণ, নাকান্দিবি। অকণমান জ্বৰ হলেইনো মানুহে কান্দে নে?" মা কিন্তু কেতিয়াও মোৰ ওচৰলৈ নাহে। মই জানো, মা কেতিয়াও নাহে। মোক মাৰ লগত শুবলৈ নিদিয়ে। মণি পেহীয়ে কৈছে মই হেনো মাৰ লগত আৰু শুব নোৱাৰো। মাৰ লগত কণমানি ভনটিজনী শুই আছে। পৰহি যে আমাৰ ভনটি এজনী হ'ল। মাৰ লগত মই আৰু নোশোওঁ: মাতিলেও মই নাযাওঁ। দেউতাৰ ওচৰলৈও নাযাওঁ। কি দৰকাৰ যোৱাৰ। মই কাকো নামাতো।

চিণ্টাৰ গ্ৰেডিছলৈ ইমান মনত পৰিছে কেলেই বাৰু মোৰ? কাইলৈ মই চিণ্টাৰৰ লগত যামগৈ। এইখন ঘৰত মই আৰু



নাথাকো। কেতিয়াও নাথাকো। মোৰ যে ইমান চিঞৰি চিঞৰি কান্দিবৰ মন গৈছে। ঘৰৰ চৰেই শুনাকৈ কান্দিবৰ মন গৈছে। নাকান্দো। কান্দি কি হ'ব? মাত্ৰ মানুহবোৰ মোৰ ওচৰলৈ মাতি অনাহে হ'ব। সিহঁতক মোৰ অকণো ভাল নালাগে। কাকোৱেই মোৰ ভাল নালাগে। মালতীজনীক যে আটাইতকৈ দেখিবৰ মন নাযায়। আজি কালি তাইৰ আন কথা নাই। কেৱল ভনটিজনীৰ কথা। "জানা লিয়নী, অকণমানি ভনটিজনীয়ে ইমান ধুনীয়া হৈছে। হাতভৰিবোৰ ইমান কোমল আৰু বগা। আৰু চকুদুটা যে চকচকীয়া নীলা।"

"জানা লিয়নী,ভনটিজনীয়ে যে টোপনিতে কেনেকৈ হাঁহি থাকে। ইমান মৰম লাগে। জানা লিয়নী—"বৰ খং উঠে। মোৰ কিবা হাত ভৰি বোৰ বগা আৰু কোমল নহয় নেকি? মোৰ চকুদুটা কিবা নীলা নহয় নেকি? মণি পেহীয়ে দেখোন সদায় কয় মই হেনো পৰীৰ দৰে ধুনীয়া। মই হেনো মণি পেহীয়ে কলেজত পঢ়া কোনোবা এটা বিদেশী গল্পৰ ৰাজকুমাৰী ইনফেণ্টাৰ দৰে ধুনীয়া। নীলা চাটিনৰ ফ্ৰকটো আৰু দেউতাই কলিকতাৰ পৰা অনা মুকুতাৰ মালাধাৰ পিন্ধিলে মণি পেহীয়ে মোক ইনফেণ্টা বুলি মাতে। মোৰ চুলিবোৰ ৰঙা, কেঁকোৰা আৰু চিল্কৰ সূতাৰ দৰে মিহি। ভনটিৰ জানো তেনেকুৱা চুলি হব? কেতিয়াও নহয়। কলা চুলিহে হ'ব। মা, দেউতা আৰু মণি পেহীৰ দৰে ক'লা চুলি হ'ব। ভনটিৰ চকুৰ মণি দুটাও ডাঙৰ হ'লে নীলা হৈ নাথাকে। ক'লা হৈ যাব। মোৰ কিন্তু সদায়েই নীলা হৈ থাকিব। যোৱা বছৰ মোৰ দহবছৰীয়া জন্মদিনত কিমান স্ফূৰ্ত্তি কৰিছিলো আমি। মা আৰু মণি পেহীয়ে নীলা নাইলন কাপোৰেৰে মোক কইনাৰ দৰে সজাই দিছিল। মোৰ মূৰত বগা গোলাপ কলিৰ মালা এদাল পিন্ধাই দিছিল আৰু ভৰিত বগা মখমলৰ জোতা পিন্ধাই দিছিল। ৰ'জা, বাৰবাৰা আৰু

জিনিয়াহঁতেও মোৰ দৰে কাপোৰ পিন্ধিছিল। বাহিৰৰ ফিল্ডত বেতৰ চকী মেজ পাৰি তাত নানাধৰণৰ খোৱা বস্তু সজাইছিল। অকণি অকণি পাইনৰ জোপোহাবোৰত ৰঙা নীলা লাইট লগাই কাগজৰ ফুলৰ মালা বান্ধি দিছিল। নানাবৰনীয়া বেলুনবোৰ বটলব্ৰাছ জোপাৰ দালৰ পৰা ওলমি আমাৰ মূৰৰ ওপৰত নাচি আছিল। আৰু আমি গোটেই জাক লৰা ছোৱালীয়ে কিমান স্ফূৰ্ত্তি কৰি খাইছিলো। সেইদিনা মাকো যে দেখিবলৈ ইমান ধুনীয়া লাগিছিল। মায়েও মোৰ দৰে নীলা কাপোৰ পিন্ধি খোপাত ফুলৰ মালা এদাল মেৰিয়াই লৈছিল। দেউতা, মা আৰু মণি পেহীয়ে বাৰান্দাত বহি আমাৰ ৰং ধেমালি চাইছিল। বাৰবাৰাই কেবাটাও কবিতা আবৃত্তি কৰি আমাক শুনাইছিল। ভিক্টৰে তাৰ অকণমান একৰডিয়ানটোত ইটালিয়ান সুৰ বজাইছিল। আৰু পিছত চন্দ্ৰমাই কথক নাচিছিল; গধুলিৰ আকাশত তেতিয়া জোন ওলাইছিল। জোনৰ পোহৰত অ'লিন আৰু প্ৰদীপে খেদাখেদি কৰি ফুলৰ মাজত দৌৰি ফুৰিছিল। আঠ বজাত আটাইবোৰ গ'লগৈ। দেউতাই গাড়ীৰে আটাইকে ঘৰে ঘৰে থৈ আহিলগৈ। ৰাতি ভাত খোৱাৰ পিছত দেউতাই মোক কোলাত লৈ মাক কৈছিল, "চোৱা নীতা আমাৰ আকমানি লিয়নী জনী কিমান ডাঙৰ হৈ গ'ল।" তাৰ পিছত মই শুবলৈ বুলি মাৰ লগত কোঠালৈ গৈছিলো।

শুবৰ সময়ত মায়ে মোক সদায় সাধুকথা কৈছিল। ৰে'ড ৰাইডিং হুডৰ সাধুটো মই আটাইতকৈ বেছি ভাল পাইছিলো। বুঢ়ী আইতাকলৈ কণী, মাখন আৰু মৌজোল লৈ যোৱা ছোৱালী-জনীক সদায় মই টোপনিত দেখিছিলো। মায়ে যে মোক কিমান সাধু ক'লে। আজি কালি আৰু নকয়। মই জানো মায়ে মোক আৰু সাধু নক'ব। ক'লে ভনুটিকহে ক'ব। পৰহি মণি পেহীক সাধু কবলৈ কওঁতে তেওঁ ক'লে, "তোৰ টেক্সট বুক ভাল বোৰতে



ভাল গল্প আছে। মইতো তেনেকুৱা গল্প ক'ব নাজানো।" আচলতে মণি পেহীয়ে জানে। মোক ক'ব লাগে বুলিহে নজনাৰ ভাও ধৰে। চামচোন বাৰু ভনুটিক কয় নে নকয়। মণিপেহীয়েও বাৰু মোক আজিকালি ভাল নোপোৱা হৈ আহিছে নেকি? নালাগে মোক ভাল পাব। কোনেও মোক ভাল পাব নালাগে। কাৰো মৰম মই নিবিচাৰো। চিষ্টাৰক ক'লে মোক কত গল্প কিতাপ আনি দিব। ভাল ভাল ইংৰাজী কিতাপ। সেইবোৰ পঢ়িলেই হ'ব। চিষ্টাৰে মোক বাইবেল এখনো দিব বুলি কৈছে। ইচ্ কি মজাৰ হ'ব। বাইবেলতো হেনো বহুতো ধুনীয়া গল্প আছে। চিষ্টাৰে সেইবোৰ গল্প মোক ক'ব। বাইবেলৰ গল্পবোৰ পঢ়িলে ঈশ্বৰে মোক ভাল পাব। জেচাচে মোক মৰম কৰিব। চিষ্টাৰে মোক কৈছে জেচাচে অকণি অকণি লৰাছোৱালীবোৰক বৰ মৰম কৰে। বিছনাত শুই থকা লৰাছোৱালীবোৰৰ ওচৰত তেওঁ আহি বৈ থাকে। সেই কাৰণে সিহঁতক কোনেও অপকাৰ কৰিব নোৱাৰে। এতিয়াও বাৰু তেওঁ মোৰ কাষত বৈ আছেনে? মই যে দেখা নাই। বুজিছো তেওঁ অদৃশ্য হৈ আছে। মই শুবৰ সময়ত প্ৰাৰ্থনা কৰোতে তেওঁ শুনি আছিল। সেই কাৰণে তেওঁ নিশ্চয় ভাল পাইছে।

মোৰ টোপনি আৰু নাহে। কাইলৈ যদি মোৰ খুবকৈ জ্বৰ উঠে, বৰ ভাল হ'ব। মই মোৰ কোঠাত অকলে অকলে শুই থাকিম। দেউতা, মণি পেহী, মালতী কাকো মোৰ ওচৰলৈ আহিবলৈ নিদিওঁ। মাক? মাকো নিদিওঁ। ভনুটিজনীক মায়ে মৰম কৰক। মোক কৰিব নালাগে। ভনুটিজনীহে ধুনীয়া। ভনুটিজনী বাৰু সঁচাকৈয়ে মোতকৈ ধুনীয়ানে? হ'বও পাৰে। তথাপি তাইৰ চুলি আৰু চকু মোৰ দৰে কেতিয়াও নহয়। মোৰ চকু যে নীলা। ব্লুবে'ল ফুলৰ দৰে মাৰ পাটৰ চাদৰখনৰ দৰে আৰু আকাশৰ দৰে নীলা। মোৰ এই মৌবৰণীয়া চুলিকোচা

কিমান কোমল, কিমান মিহি। তথাপিও চবেই ভন্‌টিকহে মৰম কৰিব। মোক নকৰে। মাক আগতে মই বৰ ভাল পাইছিলো। তেতিয়াযে মায়ে মোক মৰম কৰিছিলে। এতিয়াতো নকৰে। ভন্‌টিৰ ওচৰতে দিনটো শুই থাকে। আজি মণি পেহীয়ে মোক মাৰ ওচৰলৈ লৈ গৈছিল। মায়ে মুৰটো ডাঙি মোলৈ চাইছিল। মোক কাষতে বহুৱাই লৈ মৰম কৰিছিল। কেইবাটাও চুমাখাই দিছিল। পিছত মই যেতিয়া মাৰ লগত শুবৰ কাৰণে ঠেহ পাতিছিলো, তেতিয়া মণি পেহীয়ে মোক লৈ আহিছিল ফুচুলাই। মনিপেহীয়ে কৈছে মাৰ হেনো বৰ অসুখ। সেই কাৰণে মই তেওঁৰ ওচৰত শুব নোৱাৰো। তাৰোপৰি মইতো এতিয়া ডাঙৰ হলো। ইমানজনী ডাঙৰ ছোৱালীনো মাকৰ লগত শোৱেনে? মোক মণি পেহীয়ে তেওঁৰ লগত শুবলৈ কৈছিল। আৰু মই হুগুই কান্দি কাতি মোৰ নিজৰ কোঠালৈ গুছি আহিলো। মই মাৰ লগত শুলে কিবা মাৰ অসুখ বেছি হৈ যাবনে? সেইবিলাক চব মিছা কথা। মই কিবা নাজানো নেকি? আচলতে মাৰ মোলৈ মৰমেই নাই। ভন্‌টিজনীলৈহে মৰম। দেউতাই অৱশ্যে মোক আগৰ দৰেই মৰম কৰিছে। তথাপিও মোৰ দেউতাকো ভাল নালাগে। মণিপেহীকো ভাল নালাগে। কাকোৱেই নালাগে। মালতীজনীক যে একেবাৰে দেখিবৰ মন নাযায়। কাইলৈৰ পৰা তাইক মই নামাতো। তাইক নমতাকৈ মই যেন আৰু থাকিবই নোৱাৰিম। যিহে ফুটনি তাইৰ। ...... ইচ ইমান গৰম লাগিছে। লেপখন গুছাই থৈছো। তথাপিও দেখোন মোৰ গাটো চেঁচা নহয়। মুৰটো ইমান বিষাইছে। বুকুখনো বিষাইছে। হে ঈশ্বৰ। হে জেচাচ, তুমি মোৰ চকুলৈ টোপনি আনি দিয়া। মই যে তোমাক ইমান ভাল পাওঁ। মাত্ৰ তোমাকেই ভাল পাওঁ। ......... লিয়নীৰ চকু দুটা পানীৰে ভৰপুৰ হৈ উঠিল। চকুৰ পাহি দুটা জপাই দিয়া মাত্ৰকে ডাঙৰ ডাঙৰ টোপাল কেইটা-



মান তাইৰ মাখনৰ দৰে কোমল গাল খনেদি বাগৰি আহিল। পাতল ৰঙা ওঠদুটা তাই জোৰেৰে কামুৰি ধৰিলে।

জাৰকালিৰ দীঘল ৰাতিটো লাহে লাহে শেষ হৈ আহিল। বিছনাৰ কাষত ক্ষীণকৈ জ্বলি থকা লাইটটোৰ পোহৰবোৰ বাহিৰৰ বগা পোহৰ বোৰৰ লগত মিলি যাবৰ উপক্ৰম হ'ল। স্কাই উইণ্ডখনেদি হাড়কঁপোৱা চেঁচা বতাহ এজাক সোমাই আহি আঠুৱা খন লৰাই দিলেহি। আৰু হঠাতে অমৃত সাৰ পাই গল। কিবা এটা যেন বেয়া সপোন অমৃতে দেখিছিলে। সপোনত যেন কোনোবাই উচুপি উচুপি কান্দিছিল। অমৃতে কিন্তু সপোনটোৰ কথা একেবাৰেই মনত পেলাব নোৱাৰিলে। অমৃত বিছনাত উঠি বহিল। মুৰত হাতখন দি সপোনটোৰ কথা মনত পেলাবলৈ চেষ্টা কৰিলে। তাৰ পিছত অমৃতে শুনিলে মিঠা সৰু মাত এটাৰে কোনে যেন গান গাইছে। বুকুখন কঁপি উঠিল অমৃতৰ। বহুত দূৰৰ পৰা ভাহি আহিছে ক্ষীণ কণ্ঠেৰে গোৱা এটা গীতৰ সৰু সৰু ঢৌ। অমৃতে এইবাৰ স্পষ্ট শুনিলে লিয়নীয়ে গান গাইছে। "'অ' লৰ্ড, আই থেঙ্ক দি ফৰ দা ৰে"। ইংৰাজী প্ৰাৰ্থনা গীত এটা লিয়নীয়ে কোমল মাতেৰে কঁপাই কঁপাই গাইছে। অমৃতে একেচাপে বিছনাৰ পৰা নামি আহি খিৰিকীখন খুলি দিলেহি। দেখিলে শেষনিশাৰ কুঁৱলীৰ মাজত তলৰ মুকলি লনখনত শুদা ভৰিৰে গাত গৰম কাপোৰ নিপিন্ধাকৈ গান গাই গাই লিয়নী ঘুৰি ফুৰিছে। দুৱাৰখন খুলি অমৃত ততাতৈয়াকৈ নামি আহিল তললৈ। হাতদুখন বুকুত সাৱটি জপৰা চুলিবোৰ কপালত পেলাই লিয়নীয়ে গান গাইছে সৰু সৰু মাতেৰে—"'অ' চেভিয়াৰ, কিপ মি থ্ৰু দা নাইট, চ' আই মে চি দা মৰ্নিং লাইট।" অমৃতে চিৰিৰ শেষ খাপত ভৰি দি সজোৰে চিঞৰি উঠিল—'লিয়নী'। লিয়নীয়ে ঘুৰি চালে আঁতৰৰ পৰা। আৰু তাৰ পিছত গান বন্ধ কৰি থিয় হৈ ৰৈ থাকিল বটল ব্ৰাছ জোপাৰ তলত। অমৃত লিয়নীৰ

কাষ পালেহি। "বাহিৰলৈ ওলাই আহিছিলি কিয় লিয়নী। ৰাতি পুৱাবলৈ দেখোন বহুত সময় আছে।" লিয়নীৰ চকু দুটা পানীৰে তলবলাই উঠিল। "কি হ'ল মোৰ সোণজনী। মই যে একো বুজিব পৰা নাই।" "মোৰ টোপনি নাহে।" লিয়নীয়ে থোকাথুকি মাতেৰে ক'লে। "কিয় ? কিয় লিয়নী।"

"ক'ব নোৱাৰো।" লিয়নীয়ে আনফালে মুখ ঘুৰালে।

অমৃতে লিয়নীক ওচৰলৈ টানি আনিলে।

"দেউতা, তুমি যোৱা। মোক অকণমান ফুৰিবলৈ দিয়া। গাটো ইমান চেঁচা লাগি গৈছে। লগতে মূৰটোও। মোৰ বৰ ভাল লাগিছে।"

অমৃতে অঁকৰাৰ দৰে লিয়নীলৈ চালে। আৰু তাৰ পিছত সৰু মাতেৰে ক'লে, "ৰাতি ভালকৈ পুৱালে আমি ইয়াত আকৌ ফুৰিবলৈ আহিম। এতিয়া তই গৰম কাপোৰ পিন্ধা নাই নহয়। ভৰিতো দেখোন চেন্দেল নাই। শুদা ভৰিৰে থাকিলে অসুখ কৰিব।" অমৃতে লিয়নীক টানি লৈ যোৱাৰ দৰে ওপৰলৈ লৈ যায়গৈ।

লিয়নীৰ গাটো তপত। অমৃতে বুজিলে তাইৰ হয়তো জ্বৰ উঠিব খুজিছে। অমৃতে লিয়নীক জোৰকৈ বিছনাত শুৱাই গাত লেপখন দি দিলে। লিয়নীয়ে এটাও কথা নকলে। বেৰৰ ফালে মুখখন ঘুৰাই তাই শুই পৰিল। "লিয়নী, মোৰ সোণ, তই টোপনি যাবলৈ চেষ্টা কৰ দেই। মই ওচৰতে আছো।" অমৃতে লিয়নীৰ ৰঙচুৱা চুলিবোৰত হাত বুলাই দি ওচৰতে বহি থাকিল। পৰহি দিনাৰে পৰা অমৃতৰ সোণৰ ঘৰ খনত কিবা এটা যেন অমঙ্গলৰ সূচনা হৈছে। আটা-আজি এঘাৰ বছৰৰ মূৰত ঘৰখনলৈ এটা নতুন প্ৰাণী আহিল। আটাইৰে আনন্দ কৰিবৰ কথা। তথাপিও কাৰো মুখত হাঁহি নাই। অনীতা মৃত্যুমুখৰ পৰা বাচিছে। ডাক্তৰে কৈছে সম্পূৰ্ণভাৱে ভাল হবলৈ আৰু বহুত কেইদিন লাগিব। কেছুৱাঃ ছোৱালীজনীৰ হাঁহি



টোৱে ঘৰখন অকমান হলেও পোহৰাই তুলিছে। কিন্তু লিয়নী-জনীৰ বাৰু কি হল ? তাইৰ মুখৰ সেই স্বভাৱ সুলভ হাঁহিটো কোনে কাঢ়ি লৈ গ'ল ? অমৃতে বুজিলে লিয়নীৰ শিশুমনত হয়তো নবজাতা ছোৱালীজনীৰ প্ৰতি সামান্য ভাৱে হলেও ঈৰ্ষাৰ সৃষ্টি হৈছে। তাই হয়তো ভাবিছে আজি এঘাৰ বছৰে তাইকে উবুৰিয়াই দি অহা মাকদেউতাকৰ মৰমবোৰ কাঢ়ি নিবলৈ আৰু এজনী ছোৱালী ঘৰ-খনলৈ আহিল। তাই বাৰু কিয় নুবুজে, তাই যে অমৃত আৰু অনীতাৰ কিমান মৰমৰ। অমৃতে অপলক ভাৱে লিয়নীলৈ চাই থাকিল। অলপ সময়ৰ পিছত লিয়নী টোপনি গ'ল। ৰাতি তেতিয়া প্ৰায় পুৱালে। খিৰিকীৰ আইনাৰ মাজেৰে বাহিৰৰ বগা কুঁৱলী বোৰ দেখা গ'ল। ৰাতিপুৱাৰ পোহৰত অমৃতে দেখিলে লিয়নীৰ গাৰুৰ কাষতে পৰি আছে সৰু ডায়েৰী এখন। অমৃতে তুলি ল'লে। অমৃতৰ মৰমৰ লিয়নীজনী ডাঙৰ হৈ গ'ল বহুত। অলপ দিনৰ আগলৈকে অমৃত আৰু অনীতাৰ কোলাত উঠি থকা ছোৱালীজনীয়ে এতিয়া ডায়েৰীও লিখিব পৰা হল। অমৃতে লাহেকৈ পাত এখন লুটিয়াই চালে। এটা ইংৰাজী প্ৰাৰ্থনা সঙ্গীত। অমৃতে বুজিলে এইটো গানকে লিয়নীয়ে ৰাতিপুৱা গাইছিল। তাৰ পিছত মাজে মাজে দুই এখন পাতত তাৰিখ দি লিয়নীয়ে একো একোটা ঘটনা লিখি গৈছে। সেই-বিলাক সাধাৰণ কথা। স্কুলত সিহঁতে কিদৰে খৃষ্টমাছত বেলে' নাচৰ আয়োজন কৰিছিল, মাকদেউতাকৰ লগত লিয়নী কেতিয়া কাশ্মীৰ আৰু চিম্‌লালৈ গৈছিল, অৰূপ মামাৰ বিয়াত কিমান স্ফূৰ্ত্তি কৰিছিল সেইবোৰ কথাৰ বিশদ বৰ্ণনা। শেষৰ ফালে এখন পাতত হঠাতে অমৃতৰ চকু বৈ গ'ল। অৰূপমামাইঁতে সদায় মোক জোকাই-ছিল। তেতিয়া মই অলপো বেয়া পোৱা নাছিলো। বৰঞ্চ গৌৰৱ অনুভৱ কৰিছিলো। আজি কিন্তু কথাটো মনত পৰি মোৰ বৰ খং উঠিছে। তেওঁলোকে মোক কেলেই জোকাব তেনেকৈ ? এতিয়াহে

মই তেওঁলোকৰ উদ্দেশ্য বুজিছো। মোক হয়তো মানুহৰ আগত লাজ দিবৰ বাবেই—অমৃতে ডায়েৰীখন জোৰেৰে বন্ধ কৰি দিলে। অমৃতৰ মূৰটো কিবা লাগিল। অমৃতে এবাৰ লিয়নীলৈ চালে। সঁচাকৈয়ে লিয়নীজনী ইমান ডাঙৰ হৈ গল। পথিলাৰ দৰে ফুলৰ মাজত লৰি ঢাপৰি ফুৰা আৰু এতিয়া উবুৰি হৈ বিছনাত শুই থকা ছোৱালী দুজনীৰ মাজত কিমান পাৰ্থক্য। আজি কেইদিনমানৰ পৰা যি অস্বাভাৰিক গাম্ভীৰ্য্য মুখত লৈ তাই ঘুৰি ফুৰিছে তাৰ কাৰণ উলিয়াবলৈ অমৃতে চেষ্টা কৰা নাছিল। অমৃত বিবুদ্ধিৰ দৰে হৈ পৰে। অমৃতে বুজিলে নতুন ছোৱালী জনী ঘৰখনলৈ নহা হলেও লিয়নী আৰু আগৰ লিয়নী হৈ নাথাকিলেহেঁতেন। ছোৱালীজনীৰ প্ৰতি তাইৰ যদি কিবা ঈৰ্ষা হৈছে, তাৰ মাজত আছে অন্য এক গভীৰ কাৰণ; অমৃতৰ বুকুখন কঁপি উঠিল। লিয়নীৰ ফুল যেন কপালখনত চুমা এটা খাই তেওঁ কোঠাটোৰ পৰা ওলাই গ'ল।

অমৃতে যি আশঙ্কা কৰিছিল, সেয়েই অৱশেষত ঘটিল। বছৰৰ পিছত বছৰ জোৱা বং ধেমালি আৰু হাঁহিৰ প্ৰাচুৰ্য্যৰ মাজতো অমৃতে সেই কথা মনৰ পৰা জোকাৰি পেলাব নোৱাৰিছিল। অযথা চিন্তা কিছুমানে অমৃতৰ মূৰত বাঁহ সাজি বহিছিল। অনীতাই অমৃতক কৈছিল—"আমিতো কাৰো অন্যায় কৰা নাই। তেনেকুৱা শাস্তি ঈশ্বৰে আমাক কিয় দিব? তুমি বাৰু তেনেকুৱা অমঙ্গলীয়া ভাব বোৰ মনলৈ কিয় আনা?" অনীতাৰ কৰুণাবিগলিত চকু দুটালৈ অমৃতে-মাথো তন্ময় হৈ চাই ৰৈছিল। জীৱনৰ চকৰি খৰকৈ ঘুৰিছিল। কিন্তু আজি কেই দিনমানৰ পৰা লাহে লাহে ঘুণে ধৰিবলৈ লোৱা অমৃত-অনীতাৰ ঘৰটোৰ খুটাবোৰ যে খহি পৰিবৰ উপক্ৰম হৈছে। অমৃতে সকলৰা এটাৰ দৰে কান্দি পেলালে।

আবেলি অনীতাৰ কাষত অমৃত বহি আছিল। ৰাতিপুৱা লিয়নীয়ে কৰা অদ্ভুত আচৰণৰ কথা অমৃতে অনীতাক কবলৈ সাহস কৰা নাছিল। অনীতাৰ কোমল মনটো যদি লিয়নীৰ এই পৰিৱৰ্ত্তন দেখি ভাগি পৰে। অনীতা বিছনাত আউজি বহি আছিল। অকণমান কেচুৱাটো কাষতে টোপনি গৈ আছিল। আৰু অমৃতে মনে মনে কিতাপ এখনৰ পাত লুটিয়াই কাষত বহি আছিল। হঠাতে দুৱাৰৰ ওচৰত লিয়নীৰ মাত শুনি অনীতাই মূৰ দাঙি চালে। লিয়নীয়ে মণিক কৈছে—"মণিপেহী তুমি যোৱা। দেউতা আৰু মাৰ লগত মোৰ প্ৰয়োজনীয় কথা এটা আছে।" মণি গুছি গৈছিল। অনীতাই ক্ষীণ কণ্ঠেৰে মাতিলে—"লিয়ন সোমাই আহ।" লিয়নী সোমাই আহিল। অমৃতে ভয়ে ভয়ে চালে। লিয়নীৰ গাত এটা ঢপঢপীয়া বগা কপাহী স্কাৰ্ট আৰু ওপৰত এটা ক'লা টাৰ্কিছ চুৰেটাৰ। চুলিখিনি ক'লা চাটিনৰ ৰিবন এদালেৰে টানকৈ বন্ধা। ডাঙৰ নীলবৰণীয়া চকুদুটা সেমেকা। শেতাবগা ফুল এপাহৰ দৰে মুখখন কৰুণ। বয়সতকৈ বহুত বেছি ওখ এঘাৰ বছৰীয়া ছোৱালীজনীলৈ চাই অমৃতৰ বুকুখন কঁপি উঠিল। অনীতাই ক'লে, "মোৰ ওচৰত বহহি আহ মা। অথনি মালতীৰ আগত মতাওতে কিয় নাহিলি?"

"মই বহিবলৈ অহা নাই। এটা জটিল প্ৰশ্নৰ উত্তৰ বিচাৰি আহিছোঁ।" লিয়নীয়ে মাকলৈ তীব্ৰ দৃষ্টিৰে চাই ক'লে। অমৃত থিয় হল।

"বাৰু বহছোন লিয়নী। জটিল কথা পিছতো পাতিবি। আগতে মোক কছোন তোক আজি চুলিখিনি ইমান ধুনীয়াকৈ কোনে বান্ধি দিলে?"

লিয়নীয়ে অমৃতৰ কথাৰ উত্তৰ নিদি বিছনাৰ কাষৰ বেতৰ চকীখনত বহি পৰিল। বহুত সময় তিনিও নীৰৱ হৈ থাকিল। পৰিস্থিতিটো অমৃতৰ কাৰণে বৰ অসহনীয় হৈ উঠিছিল। অমৃতে দেখিলে লিয়নীৰ গালেদি চকুপানীবোৰ দ্ৰুতগতিৰে বাগৰি আহিছে।

"দেউতা ? মোৰ নাম লিয়নী কোনে দিছিল ?"

"আমিয়ে দিছিলো। নামটোৰে কিবা জগৰ লগালে নেকি লিয়ন ?" অমৃতে সহজ হবৰ চেষ্টা কৰি 'ক'লে।

"জগৰ লগোৱা নাই। মোৰ পৰিচয় তোমালোকৰ পৰা জনাৰ আগতে নামটোৰ কথাও মই জনা উচিত।" "তোৰ পৰিচয় মানে ?" অমৃতে শেতা হাঁহি এটা মাৰি সুধিলে।

"মোৰ আচল পৰিচয় মোক লাগে। মই জানিবলৈ বিচাৰো মই কাৰ ছোৱালী ? মোৰ আচল ঘৰ ক'ত ? মই কিমান বয়সৰ পৰা তোমালোকৰ পালিতা ছোৱালী হৈ আছোঁ ?"

অনীতা আৰু অমৃতে একো মাতিব নোৱাৰিলে। এইবাৰ লিয়নীয়ে স্পষ্ট মাতেৰে কৈ গল—"জানা দেউতা, মই চব কথা জানিব পাৰিছোঁ। মই তোমালোকৰ ছোৱালী নহওঁ। মোৰ মা দেউতা অসমীয়া নহয়, মোৰ মা দেউতা ভাৰতীয়ও নহয়। মই ইংৰাজ পিতৃমাতৃৰ সন্তান। তোমালোকে দয়া কৰি মোক তোমালোকৰ ঘৰত ঠাই দিছিলা, কিয়নো তেতিয়া তোমালোকৰ কোনো সন্তান নাছিল। আৰু এতিয়া ? এতিয়া কথা বহুত বেলেগ হৈ গৈছে। মই তোমালোকৰ মৰম বোৰ লাহে লাহে হেৰুৱাই পেলাইছো। মই—"

"লিয়নী, তেনেকুৱা কথাও তই আমাক ক'ব পাৰিলি ? তোক আমি কিমান বেছি ভাল পাওঁ। তই যদি আমাৰ মৰম বুজিলি-হেঁতেন।" অনীতাই উচুপি উঠিল।

"মই যেতিয়া কন্‌ভেণ্টত পঢ়িছিলো—একো কথা মই জনা নাছিলো। তোমালোকে মোক এতিয়া ইংলিছ স্কুলৰ পৰা নাম কটাই অসমীয়া স্কুলত নাম লগাই দিলা। এতিয়া মই লাহে লাহে চব জানিছোঁ। লগৰ ছোৱালীবোৰে মোক ফিৰিঙি বুলি জোকায়। সিহঁতে কয়—'তুমি কিবা অসমীয়া ছোৱালী নেকি, তুমি মেমহে। চোৱা তোমাৰ চুলি কেনেকুৱা সোণালী, তোমাৰ চকু কেনেকুৱা



নীলা। তোমাৰ চাল কিমান বগা। তুমি অমৃত বৰুৱাৰ তোলনীয়া ছোৱালীহে'। প্ৰথমতে মই বিশ্বাস কৰা নাছিলো। কিন্তু—"

লিয়নীৰ মাতটো ভাগি পৰিছিল।

অমৃতে লিয়নীৰ মুখলৈ চালে।

"কিন্তু চিষ্টাৰ গ্ৰেচিডিছে মোক কৈছে সেয়া সঁচা কথা। মোৰ মা দেউতা হিন্দু নহয়। খৃষ্টান। তোমালোকে মোৰ পৰা এইবোৰ কথা লুকুৱাইছিলা কিয় ? কোৱা দেউতা।"

লিয়নীয়ে প্ৰস্তৰ মূৰ্ত্তি এটাৰ দৰে নিশ্চল হৈ চোফাখনত বহি থাকিল।

অমৃতৰ মনত পৰিল এঘাৰ বছৰৰ আগৰ কথা। কাৰ্চিয়াঙৰ ওচৰা ওচৰি দুটা ঘৰত বাস কৰিছিল দুটা বিভিন্ন দেশৰ জাতিৰ পৰিয়াল। অমৃতৰ প্ৰাণপ্ৰতিম বন্ধু আছিল মাৰ্টিন ষ্টাফোৰ্ড। অমৃত আৰু মাৰ্টিন দুয়ো একেটা চাহ কোম্পানীত চাকৰি কৰিছিল। জন্মৰ লগে লগেই মাকক হেৰুওৱা মাৰ্টিনৰ অকণমান ছোৱালীজনীক অনীতা আৰু অমৃতে মৰম কৰিছিল। সন্তানহীনা অনীতাই মাতৃস্নেহেৰে সিক্ত এখন কোমল অন্তৰ লৈ অমৃতক কৈছিল—"মাৰ্টিনক খুজি ছোৱালীজনী আমি তুলি লওঁ আঁহা অমৃত। নাজানো তাইৰ প্ৰতি মোৰ কিয় ইমান মৰম উপজিছে। মই শুনিছো মাৰ্টিনৰ অলপতে আকৌ বিয়া হ'ব। তেওঁৰ নতুন পত্নীয়ে জানো তাইক মৰম কৰিব ?" অনীতাৰ কথা শুনি অমৃতে হাঁহিছিল। ইংৰাজ চাহাবে তেওঁৰ ছোৱালীক অসমীয়া পৰিয়াল এটাক পালন কৰিবলৈ কিয় দিব ? সেই কথা ভবাও হাঁহি উঠা। মাৰ্টিনে কিন্তু কথাটো গম পাই ভাল পাইছিল। তেওঁ অনীতাক এদিন কৈছিল, যদি তেওঁ বিয়া কৰাবলৈ আকৌ দেশলৈ যায়, ছোৱালীজনী অনীতাক দি থৈ যাব। তেওঁৰ ছোৱালীজনীয়ে ভাৰতীয় মন এটা লৈ ডাঙৰ হলে তেওঁ সুখী হব। ভাৰতৰ ধৰ্ম্ম, সংস্কৃতি আৰু সাহিত্যক যে তেওঁ অন্তৰেৰে শ্ৰদ্ধা কৰে।

তাৰ পিছত হঠাতে এদিন কাৰ্চিয়াঙৰ পাহাৰীয়া বাটত হোৱা মটৰ দুৰ্ঘটনাত মাৰ্টিনৰ মৃত্যু হয়। মৃতপ্ৰায় বন্ধুক চাবলৈ উদ্‌গ্ৰীৱ হৈ অমৃত আৰু অনীতা হস্পিটাললৈ গ'ল। নাৰ্চৰ হাতৰ পৰা লৈ কঁপা হাতেৰে মাৰ্টিনে অনীতাৰ কোলাত পাঁচমহীয়া ছোৱালীজনী তুলি দিছিল। আৰু দুচকুৰ পানী মচি কৈছিল যে তেওঁৰ পত্নীৰ নামানুসৰি ছোৱালীজনীৰ নামো যেন অমৃতহঁতে লিয়নী ৰাখে। লিয়নীক বুকুৰ মাজত সুমুৱাই লৈ অমৃত আৰু অনীতাই কান্দি পেলাইছিল। এই ঘটনাৰ কেইমাহমানৰ পিছত লিয়নীক লৈ অমৃতহঁত অসমলৈ গুছি আহিল। অসমত থকা কোম্পানীৰ অন্য এখন বাগিছাত অমৃতৰ এপইণ্টমেণ্ট হল। লিয়নীক অমৃত আৰু অনীতাৰ নিজৰ সন্তান বুলি সকলোৱে জানিলে। তাৰ মাজতে বহুতে লিয়নীৰ আচল পৰিচয়ৰ বিষয়ে আলোচনা নকৰাকৈও নাথাকিল। সেইকাৰণে অমৃতে প্ৰায়ে তেনে এটা ঘটনা হ'ব পাৰে বুলি আশঙ্কা কৰিছিল। অনীতাই কিন্তু এবাৰো ভবা নাছিল।

অমৃতে লিয়নীলৈ একেথেৰে চাই থাকিল। তাৰ পিছত শান্ত স্বৰে অমৃতে ক'লে—"লিয়নী, মানি লৈছো তোৰ কথা সঁচা। সেইবুলি তই জানো আমাৰ মৰমবোৰ অস্বীকাৰ কৰিব পাৰিবি? তোক যে আমি ইমান ভাল পাওঁ। তই মোক ক'ব পাৰিবিনে কোন মাক দেউতাকে নিজৰ সন্তানক ইমান মৰম কৰে?"

লিয়নীৰ চকুদুটা জ্বলি উঠিল।

"নিজৰ সন্তানক মানুহে ইমান বেছি মৰম নকৰে দেউতা। মই তোমালোকৰ পালিতা কন্যা। সেইকাৰণে তোমালোকে মোক মৰম কৰা। নিজৰ বিষয়ে ভাবিবলৈ মই যাতে এক মিনিটো অবসৰ নাপাওঁ তাৰ বাবেইতো মোৰ প্ৰতি তোমালোকৰ মৰমৰ এই বিস্তৰ আয়োজন। এই মৰম 'জেনুইন' নহয়। মই খুব ভালদৰে বুজি উঠিছো এই মৰমত আন্তৰিকতা নাই।"



"লিয়নী তই আৰু কথা নকবি। মোৰ অসহ্য হৈ গৈছে।"

অনীতাই চিঞৰি উঠিল। অনীতাৰ চিঞৰত কেচুৱাছোৱালীজনীয়ে সাৰ পাই জোৰেৰে কান্দি দিলে। লিয়নী থিয় হল আৰু পৰ্দাখন দাঙি খৰকৈ ওলাই গুছি গ'ল। গাৰুটোতে মুখটো দি অনীতাই উচুপি উচুপি কান্দিলে; অমৃত নিথৰ হৈ বহি ৰল।

...শেষনিশা অমৃতে হঠাতে সাৰ পাই গ'ল। অমৃতৰ মনলৈ আহিল তেওঁ যেন একেটা সপোনকে আকৌ দেখিলে। কোনোবাই যেন উচুপি উচুপি কান্দিছে। কাৰোবাৰ করুণ উচুপনিয়ে যেন গভীৰ নিশাৰ চেঁচা বতাহজাক উস্ম কৰি তুলিছে। এই একেটা সপোনকে অমৃতে আজি কেইবাৰাতিও দেখিছে। সপোনটো স্পষ্টভাৱে কিন্তু তেওঁৰ মনত নপৰে। অমৃতে হঠাতে অনুভৱ কৰিলে সেই উচুপনি লিয়নীৰ। লিয়নীয়ে কান্দি কান্দি তেওঁক কৈছে, "চোৱা দেউতা, মোৰ চুলিকিমান সোণালী, মোৰ চকু কিমান নীলা, মোৰ চোল কিমান বগা। মই তোমালোকৰ সন্তান নহওঁ। তোমালোকে মোক মৰম কৰিব নালাগে। তোমালোকে মোক ভাল পাব নালাগে। মোক এৰি দিয়া। মই গুছি যাওঁগৈ।" অমৃতে একচাবে বিছনাৰ পৰা নামি দুৱাৰখন খুলি বাহিৰলৈ ওলাই আহিল। অমৃতে দেখিলে লিয়নীৰ কোঠাৰ দুৱাৰখন সামান্যভাৱে খোলা। টোপনি নহাৰ বাবে তাই নিশ্চয় আজিও তলৰ লনলৈ নামি গৈছে। অমৃতে তললৈ চালে। কোনো নাই। পদুলি মুৰত থকা লাইটটোৰ পোহৰবোৰ কেচিয়াজোপাৰ পাতৰ সুৰুঙাই দি আহি বননিৰ ওপৰত পৰিছেহি। গোটেই পৃথিৱী নিজম, নিমাত। অমৃত প্ৰায় দৌৰি যোৱাৰ দৰে লিয়নীৰ কোঠালৈ সোমাই গ'ল। যিটো আশঙ্কাই, যিটো ভয়ে, যিটো উন্মাদনাই অমৃতক কেইদিনমানৰ পৰা খুলি খুলি খাইছিল, তাৰে ভয়াবহ বাস্তৱ ৰূপ চকুৰ আগত দেখি অমৃত শিয়ৰি উঠিল। লেৰেলি যোৱা মালতী ফুল এপাহৰ দৰে বিছনাখনত লেতু সেতু হৈ পৰি আছে—অমৃত-অনীতাৰ

মৰমৰ লিয়নী। লিয়নীৰ গাৰ কাষত শ্লিপিং টেব্‌লেটৰ এটা ফাইল। তাত এটাও টেব্‌লেট নাই। অমৃতে লিয়নীক পগলাৰ দৰে সাৰটি ধৰি চুমাৰে বুৰাই দিলে। লিয়নীৰ গাৰুৰ কাষতে পৰি থকা বগা কাগজ টুকুৰা কঁপাহাতেৰে তুলি লৈ অমৃতে চালে। চাবিশাৰী কথা। "আত্ম পৰিচয়ত বিব্ৰত ভগা অন্তৰ এখন লৈ জীয়াই থাকি লাভ নাই। সেই কাৰণেই মই এই মহাপাপ কৰিবলৈ সাহস কৰিলো। মই জানো দয়ালু জেচাচে মোক ক্ষমা কৰিব। মা-দেউতা, পাবা যদি তোমালোকেও মোক ক্ষমা কৰি দিবা।" বুকু ভাঙি অহা কান্দোনটো জোৰেৰে চেপা মাৰি ধৰি অমৃতে লিয়নীক কোলাত তুলি লৈ বিছনাতে বহি ৰ'ল। এই ভয়াবহ ঘটনাটোৰ বাতৰি ঘৰ-খনত বিয়পি যোৱাৰ লগে লগে আৰু কি এক নতুন পৰিস্থিতি হ'ব, তাক ভাবি অমৃত শিয়ৰি উঠিল। শেষনিশাৰ চেঁচা বতাহজাক স্কাইউইণ্ড খনেদি সোমাই আহি অমৃতৰ গাত লাগিলহি। লিয়নীৰ বৰফ চেঁচা শৰীৰতো লাগিলহি। অমৃতে লিয়নীক জোৰেৰে সাৰটি ধৰিলে। অমৃতৰ কৰুণ কান্দোনবোৰ খিৰিকীৰ আইনাত ঠেকা খাই আকৌ অমৃতৰ বুকুলৈকে উভতি আহিল।

# অনিৰ্ব্বন্ধ

বিছনাত দীঘল দি পৰি মই কেৱল বাৰে বাৰে ললিতাৰ কথাকে ভাবিলো। আগতে যিজনী ছোৱালীৰ কথা ভাবি ভাল লাগিছিল, হোষ্টেলৰ নীলা, মাধুৰীহঁতৰ আগত যিজনী ছোৱালীৰ কথা কৈ মই গৌৰৱ কৰিছিলো, আজি এই মুহূৰ্ত্তত তাইৰ কথা ভাবি বেজাৰত মোৰ হিয়া ভাগি পৰিছে। বাহিৰত জোনাক। খিৰিকীৰে বগা পাতল জোনাক বোৰ মধুৰিআম কেই জোপাৰ মাজেদি আহি মোৰ বিছনাত পৰিছেহি। আল্‌নাৰ নিকা কাপোৰবোৰত পৰিছেহি। মই এবাৰ এনেয়ে কোঠাটোৰ চাৰিওফালে চকু ফুৰালো। গোটেই কোঠাটোতে যেন ললিতাৰ হাতৰ পৰশ বিয়পি আছে। বিছনাৰ কাষতে সেইখন মোৰ মেজ। মেজৰ কাপোৰখন ঢকঢকীয়া বগা। ললিতাই নিজহাতেৰে ধোৱা। ওপৰত কেইখনমান ইংৰাজী আৰু অসমীয়া আলোচনী। একাষে ৰূপালী ৰঙৰ ভেনাচৰ মূৰ্ত্তি অঁকা দীঘল ফুলদানীটোও দীঘল দীঘল ঠাৰিৰে কেই পাহমান বেঙুনীয়া জবা। আল্‌নাৰ কাপোৰবোৰ পৰিপাটিকৈ জপা। বহল খিৰিকীখনৰ ওপৰৰ পৰা ওলমি থকা সেউজীয়া পৰ্দ্দাদুখন দুদাল সেউজীয়া ৰিবনেৰে কাষ চপাই গাঠি বান্ধি থোৱা অৱস্থাত। পৰ্দ্দা দুখনৰ কাষটোত বগা আৰু হালধীয়া সূতাৰে 'ক্ৰচ ষ্টিট্‌স'ৰ এদাল লতা কৰি দিছে ললিতাই। চকীৰ কুছন আৰু দুৱাৰৰ পৰ্দ্দাতো একেধৰণৰ এম-ব্ৰইদাৰী। ললিতা যিমান কামিলা, ললিতাৰ যিমান গুণ তাৰ এশভাগৰ এটা ভাগো মোৰ গাত নাই। দুলা আৰু মানুৰ গাত নাই। দিনৰ দিনটো মূৰ গুজি কিতাপ পঢ়ি থকা আৰু সময়ে অসময়ে ৰেডিঅ'টো পকাই থকা আৰু গধুলি পৰত দুলা, মানু আৰু ভাইটিক লৈ নৈৰ পাৰে পাৰে বতাহ খাবলৈ যোৱাৰ বাহিৰে মোৰ, সঁচাকথা কবলৈ গ'লে অন্য কাম নাই। ইয়াৰ অকণমান ব্যতিক্ৰম হলেই

মামীৰ চিঞৰ বাখৰ। কেতিয়াবা স্কুলৰ পৰা আহি পোৱা লৰাছোৱালী-বোৰক চাহ দিবলৈ যদি মই যাওঁ, মামীয়ে ললিতাক ডবিয়াব, 'ছোৱালীজনী অত দিনৰ মূৰত ঘৰলৈ আহিছে, তাইহে চাহ ভাত কৰিব লগা হ'ল নেকি ? তহঁতবোৰ কণা হলি, নেদেখ।' ললিতাই কিন্তু খং নকৰে। মুখখন ওন্দোলায়ো নেপেলায়। চাদৰৰ আচলটো ককালত টানি খুচি লৈ ৰান্ধনীঘৰলৈ সোমাই যোৱাৰ লগে লগে মিচিকিয়া হাঁহি এটা মাৰি ললিতাই কব—"চাওঁ বাইদেউ গুছা গুছা। চাহৰ কেট্‌লি ধৰি নিজৰ হাতো পুৰিবা, মোকো মাৰ গালি খুৱাবা।" কেতিয়াবা আকৌ ললিতাই মোক কয় "তুমি মূঢ়াটোতে বহা বাইদেউ, মই কেনেকৈ মাংসৰ আঞ্জাখন বান্ধিম চাই থাকা। এইবোৰ কৰিবলৈ নিশিকিলে আগলৈ লোকৰ ঘৰত আটায়ে হাঁহিব।" ললিতাৰ কাণত জোৰেৰে চেপা এটা দি মই গুছি যাওঁ মোৰ কোঠালৈ।

এই মৰম লগা ললিতাজনীৰ কথাই মই এতিয়া ভাবি আছো। ভাবিবলগীয়া হৈছে। আৰু এই ভবাৰ চৰম মূহুৰ্ত্তটো আহি পৰিল অকণমান আগতে ঘড়ীত দহ বজাৰ কোব মৰাৰ পিছত। ললিতাই আন দিনাৰ দৰেইআহি মোৰ বিছনাৰ আঠুৱাখন পেলাই থৈ গ'লহি। আইনাৰ জাগটোত পানী ভৰাই গিলাচটোৰ সৈতে মেজৰ ওপৰত থৈ ললিতা গুছি গ'ল। মোক একোকে নক'লে। সুধিব পৰা অৱস্থা মোৰো নাছিল। লাইটটো নুমাই মই বিছনাত পৰিলো। টোপনি অহাৰ আগন্তুক কিন্তু একেবাৰেই নাই। মই জানো মোৰ কাষৰ কোঠাটোত ললিতা সাৰে আছে। মামী আৰু মামাৰো হয়তো ঘৰৰ সিমূৰৰ বহল কোঠাটোত টোপনি অহা নাই। ললিতাই বাৰু কি কৰিছে ? নিশ্চয় উচুপি আছে বিছনাত। তাইক যেন মাতি আনি মই অকণমান মৰম কৰি দিম। মামীক যেন মই এই মাত্ৰই গৈ কমগৈ "তুমি এয়া কি কৰিবলৈ ওলাইছা মামী ? এয়া তুমি কি ভুল



কৰিবলৈ ওলাইছা ?" মই ভাবিলোহে মাত্ৰ। আচলতে একোকে নকৰিলো। মাত্ৰ ডুচকুৰ পৰা ওলাই অহা কণকণ পানীৰ বিন্দুবোৰ চাদৰৰ আগেৰে মোহাৰি ললো।

ললিতা কাইলৈ এইখন ঘৰ এৰি থৈ গুছি যাবগৈ। ললিতাই কোনো অন্যায় কৰা নাই। তথাপিও তাই যাব লাগিব। অপবাদৰ পৰা আমাৰ ঘৰখন মুক্ত কৰিবৰ কাৰণে তাই যাবগৈ লাগিব। ই মামীৰ আদেশ। ললিতাৰ বিদায়ৰ এই করুণ মূহুৰ্ত্তটোত মই হয়তো ঘৰত নথকা হলেই ভাল আছিল। বন্ধ দিয়াৰ লগে লগেই মই গুৱাহাটীৰ পৰা গুছি নাহিও পাৰিলোহেঁতেন। এতিয়া আহি মই যি পৰিস্থিতিৰ মাজত সোমাই পৰিছোহি তেনেকুৱা পৰিস্থিতি আমাৰ ঘৰত আগতে হয়তো কোনোদিনেই হোৱা নাছিল। আজি যেতিয়া বাচেৰে আহি ঘৰ পাওহি তেতিয়া ঠিক গধুলি হৈছিল। মোক আনিবলৈ গাড়ী লৈ ষ্টেশুলৈ মামাৰ মাজু লৰা মানে মোৰ ভাইটি মৃদুল গৈছিল। মৃদুলে মোক দেখা মাত্ৰকে তাৰ সেই মৰমলগা দুষ্ট দুষ্ট হাঁহিটো মাৰিলে। মাল পত্ৰ বোৰ গাড়ীত উঠাই মৃদুলে মই উঠিবৰ কাৰণে আগৰ চিটৰ দুৱাৰখন খুলি দিলে। ষ্টেশুৰ পৰা ঘৰলৈ যোৱা দীঘল বাটটোত মই মৃদুলক ঘৰুৱা খবৰ দুই এটা সুধিলো। মামা মামীৰ গা ভালনে, ললিতাই মৃদুলৰ কাৰণে কৰা উলৰ জেকেটটো শেষ হলনে, দুলা আৰু মানুৱে মিউজিক স্কুললৈ নিয়মিতৰূপে যায়নে ইত্যাদি। মৃদুলহঁতৰ ইণ্টাৰমিদিয়েট পৰীক্ষাৰ্থীবিলাকে কি নাটক অভিনয় কৰাৰ বন্দোবস্ত কৰিছে তাৰ খবৰো ল'লো। মৃদুলে উত্তৰবোৰ দি গ'ল। ললিতাই কৰা উলৰ জেকেট পিন্ধিও পুৰণি হ'ল, দুলা মানুৱে এইমাহৰ পৰা সত্ৰীয়া নাচ শিকিছে, মামাৰ ভাল, মৃদুলহঁতৰ থিয়েটাৰৰ একো ঠিক হোৱা নাই। লৰাবোৰৰ মতৰ অমিল। মৃদুলে অৱশেষত ক'লে "মাৰ গা ভালেই। মনটোহে বৰ ফৰকাল নহয়।" মই আচৰিত হলো। "কি হৈছে মামীৰ ?"

"কাৰণ নাজানো। মাত্ৰ মাক মনটো মাৰি থকা দেখিছো। বোধকৰো মৃণাল দা যোৱাৰ কাৰণে।"

"মৃণালদা কেতিয়া আহিছিল মৃদুল?"

"হল চাৰি পাঁচদিন মান। কালি ৰাতিপুৱা আমি শুই থাকোতে গ'লেই।" মই একো নামাতিলো। মৃণালদা যোৱাৰ কাৰণে মামীৰ ইমান মন মৰাৰ কাৰণ কি হ'ব পাৰে। মৃণালদাৰতো ঘৰলৈ অহা আৰু যোৱাৰ হিচাপ নাই। নৈখনহে মাজত ব্যৱধান। মাজুলীৰ প্ৰজেক্ট এটাত কাম কৰা মৃণালদা এমাহমান ঘৰলৈ নাহিলেই মামীৰ চিন্তাত তত নোহাৰা হয়। "জ্বৰ নৰিয়া কিবা এটা নহ'লে সি এনেয়ে নহাকৈ থাকিবনে? মই বুজিছো তাৰ নিশ্চয় অসুখ। আজি ৰাতিপুৱাৰে পৰা মোৰ সোঁ চকুটো বৰ লৰি আছে।" মামীৰ চিঞৰ বাথৰত ৰক্ষা নাপাই কেতিয়াবা মৃদুল যায় খবৰ কৰিবলৈ। ঘৰত কোনো নহলে মাজে মাজে মামাও যাব লগাত পৰে। উভতি আহি মামাই মোক কয়হি "বুজিছ মামণি, মামীয়েৰে মানুহ মাৰিব। সোঁচকুটো লৰিলেই তেওঁৰ মতে আন একো হোৱা নাই, মৃণালৰ অসুখ। কালি আবেলি মই তাক ফেৰীঘাটতে পালোগৈ। কিবা সকামত আহিছিল। মামীয়েৰৰ কথা শুনি সি হাঁহি অস্থিৰ। সি কৈছে 'বেমাৰ হলে খবৰ দিমেই। মিছামিছিকৈ তোমালোকে কাম বঢ়াই নলবা।' তোৰ মামীয়েৰো বাৰুজনী।" মামীয়ে মামালৈ ঘোপাকৈ চাই গুছি যায় ভিতৰলৈ। মামীৰ কাৰণেই বিশেষকৈ মৃণালদা ঘৰলৈ আহি থাকে দুদিনমানৰ মূৰে মূৰে। এসপ্তাহৰ মূৰত হয়তো আকৌ আহিব। গতিকে মামীয়ে মৃণালদাৰ কাৰণে ইমানকৈ বেজাৰ কৰিব লগীয়া একো কাৰণ মই নেদেখিলো।

ঘৰখন প্ৰায় আগৰ দৰে আনন্দমুখৰ যেন লাগিল। মামীক অৱশ্যে অলপ অলপ বিমৰ্ষ দেখা গ'ল। ললিতাৰ মুখতো যেন আগৰ স্বভাৱসুলভ হাঁহিটো নাই। জোৰকৈহে যেন হাঁহিছে।



ৰাতি শুবলৈ আহি দেখো মোৰ কোঠাটো ললিতাই ইতিমধ্যে ধুনীয়াকৈ সজাই থৈছে। ফুলদানীটোত দীঘল ঠাৰিৰে বেঙুনীয়া জবা কেইপাহ মান। জাগটোত পানী। আৰু খিৰিকী দুৱাৰত ধোবাঘৰৰ পৰা অহা নিকা পৰ্দ্দা। মোৰ কিতাপৰ বাকচটোৰ পৰা আলোচনী এজাপমান উলিয়াই ইতিমধ্যে তাই মেজৰ ওপৰত সজাই থৈ গৈছে। কিয়নো ললিতাই ভালদৰে জানে বন্ধত ঘৰলৈ আহিলে মই পাঠ্য পুথি নপঢ়ো। কেৱল এই বাহিৰা কিতাপ কাগজবোৰ লৈয়েই ব্যস্ত থাকিম। দৈনন্দিন অভ্যাস মতে মূৰটো ফণিয়াবৰ কাৰণে মই হাতত ফণীখনলৈ বিছনাত বহি পৰিলো। ললিতা সোমাই আহিল। খিৰিকীয়েদি সোমাই অহা বগা জোনাকৰ মাজত মুগাৰ মেখেলা আৰু বগা চাদৰখনেৰে ললিতা জনীক বৰ ধুনীয়া লাগিল। খোপাত আগতে সদায় থকাৰ দৰে বগা খৰিকাজাঁই এথোপা নাই। কপালৰ আগৰ চুলিবোৰো আউলীবাউলী। বিছনাৰ কাষৰ ওখ মূঢ়াটোতে ললিতা বহিল। "কিবা কবি ললিতা?"

"শুনিলে কম। বহুত কথাই মোৰ তোমাক কবলৈ আছে। তোমাৰ কাৰণেই মই এই কেইদিন বৈ আছিলো।" মই নামাতিলো। ললিতাই আকৌ ক'লে "মৃণালদা কিয় গ'লগৈ জানা?"

মই নাজানো বুলি কোৱাত ললিতাই শেতা হাঁহি এটা মাৰিলে। "তোমাক মৃদুলে কোৱা নাই? মৃদুলইতে নজনা নহয়।" মই অলপ অবাক হৈ ললিতাৰ বগা কোমল মুখখনলৈ চাই ৰ'লো। ললিতাই ক'লে পৰহি ৰাতি মৃণালৰ মামা-মামীৰ লগত তৰ্কাতৰ্কি হৈছিল। মামা খঙতে গুজৰি আছিল। আৰু পিছদিনা পুৱা মানে কালি মৃণালদা গ'লগৈ প্ৰজেক্টলৈ। যাবৰ সময়ত কাকো মাত নলগালে। আৰু সকলোৱে কৈছে এইবিলাক ঘটনাৰ বাবে ললিতা দোষী। ললিতায়ো এই মন্তব্য মানি লৈছে। মানি লবলৈ তাই বাধ্য। ললিতাই স্থিৰ ভাৱে বাহিৰলৈ চাই কৈ গ'ল।

ললিতা প্ৰথম যিদিনা আমাৰ ঘৰলৈ আহে, সেই দিনটোৰ কথা মোৰ মনত পৰিল। মাজুলীৰ প্ৰজেক্টত কাম কৰা মৃণালদাই বাৰ বছৰীয়া ললিতাক আমাৰ ঘৰলৈ এদিন লৈ আহিছিল। মাক বাপেক সকতে মৰা ললিতাক আমাৰ ঘৰত থাকিবলৈ ককায়েকে পঠাই দিছিল—মৃণালদাৰ অনুৰোধত। মৃণালদাই ললিতাক কৈছিল—"আমাৰ ঘৰত থাকিবলৈ তই ভাল পাবি। আমাৰ ঘৰত সৰুৰে পৰা থকা পেহীৰ ছোৱালী মামণিয়ে তোক মৰম কৰিব। তাই খুব ভাল ছোৱালী।" ললিতাই হেনো গোটেই বাটটোতে মৃণালদাক আমাৰ কথা সুধি আহিছিল। মই সেইবাৰ মেট্ৰিক পাছ কৰি গুৱাহাটীত পঢ়িবলৈ যাবলৈ ওলাইছিলো। গতিকে সৰু ভাইটি ভনীটি কেইটাৰে সৈতে মামী প্ৰায় অকলশৰীয়া হৈ পৰাত মৃণালদাই ললিতাক আমাৰ ঘৰলৈ লৈ আহিছিল। ললিতা আমাৰ ঘৰৰে এজনী ছোৱালী হৈ পৰিল। দুবছৰৰ পিছত ককায়েকে নিবলৈ আহিছিল। ললিতাই যাব নুখুজিলে। "মামণি বাইদেউহঁতক এৰি থৈ মই কেতিয়াও নাযাওঁ। যোৱাৰ কথা মোক নকবি।" ককায়েকে যাবৰ সময়ত মামীক কলে—"ভাল পাইছে যেতিয়া তাই থাকক। মাত্ৰ ভাল লৰা এটা চাই আপোনালোকেই বিয়া দি দিব।" ললিতা থাকিল। আৰু আজি সেইজনী ললিতাই আমাৰ ঘৰখন এৰি থৈ চিৰদিনৰ কাৰণে গুছি যাবলৈ ওলাইছে। মই ললিতাৰ শেতা মুখখনকৈ চালো। এইখন মুখতো কাহানিও এনেকুৱা নাছিল। সদায় এমোকোৰা হাঁহিৰে বাঙলী হৈ থকা ধুনীয়া ললিতাজনীক আজি প্ৰথম মই ইমান মলিন দেখিলো। ললিতা নামৰ ছোৱালীজনী যেন মৰি গল। এইজনী যেন তাইৰ প্ৰেতাত্মাহে। জোনৰ পোহৰত ললিতাৰ চকুৰ কোণত জিলিকি উঠা পানী টোপাল জিলিকি উঠিল।

ললিতাই ক'লে, যিদিনা নিজৰ ঘৰখন চিৰদিনৰ কাৰণে এৰিলো বুলি ভাবি তাই বৰনৈ পাৰহৈ আমাৰ ঘৰলৈ গুছি আহিছিল,



সেইদিনা ঈশ্বৰক তাই মনতে সেৱা জনাইছিল। ললিতাই সেইদিনা বুজিছিল নবৌৱেকৰ নিকৰুণ ব্যৱহাৰৰ পৰা তাই মুক্তি পাব। অকণমান মৰম লগা ছোৱালীজনীৰ মুখখন আনন্দত উজলি উঠিছিল। ককায়েকে মৰম কৰে বুলিয়েই হয়তো নবৌৱেকে তাইক ভাল নাপাইছিল। তেওঁৰ ওচৰত ললিতাৰ দিনটো এশ এবুৰি জগৰ লাগে। সামান্য কথাটোকেই বৰটো কৰি তেওঁ ককায়েকক লগায়। তাৰ বাবে যদি ললিতাই কোনো শাস্তি নাপায়, তেনেহ'লেতো কথাই নাই। জ্বলা জুইত ঘিউ পৰাৰ দৰে নবৌৱেক জ্বলি উঠে। এদিন দুপৰীয়া ঘৰৰ পিছফালে পুখুৰীটোৰ পাৰতে থকা কৰদৈ জোপাৰ তলত বহি ললিতাই ভতিজাক পখিলাৰে সৈতে কৰদৈ খাই আছিল। নবৌৱেক দেখি খঙত জ্বলি উঠে।

"এই ভৰ দুপৰীয়া ভাত গাল খাবৰ পৰত কৰদৈবোৰ যে সুমুৱাইছ পেটত, কিবা বোলো মৰ খকে ধৰিছে নেকি?"

মাকৰ চিঞৰ বাখৰ শুনি পখিলা উঠি সুৰসুৰকৈ আলিবাট পায়গৈ।

ললিতাই থতমত খাই কৰদৈ কেইটা দলিয়াই দি চোলাটোত হাতখন মচি থিয় দিয়ে।

"নিজে যি খাই মৰ, মৰ। পখিলাকো খুৱাইছ কেলেই? অসুখ বিসুখ কৰিব লাগিলে ৰজাৰ জীয়েকক মই সুদাই নেৰিম।"

পখিলাক কৰদৈ খাবলৈ ললিতাই মতা নাছিল। নিজেহে আহিছিল। গতিকে ললিতাই কৈ পেলালে, "কথাবোৰ নজনাকৈ তুমি খং কৰিছা কেলেই। পখিলাক কৰদৈ খাবলৈ মই মতা নাই। নিজেই আহিছে।"

নবৌৱেক এইবাৰ টিঙিৰি তুলা হল।

"ৰজাৰ জীয়েকৰ দেখোন বৰ সাহ। মুখে মুখে কথা কবলৈ আহে।"

তাৰ পিছত চুলি কোচাত ধৰি চটপ চটপ কৈ কেইটামান চৰ বহুৱাই দিলে। শিলৰ মূৰ্ত্তি এটাৰ দৰে জঠৰ হৈ ললিতা পুখুৰীৰ পাৰতে বহি থাকিল। দুপৰীয়া ভাত খাবলৈ কোনেও নামাতিলে। নগ'ল। আবেলি ঘৰলৈ আহি পথিলাৰ মুখে ককায়েকে সকলো শুনিলে। ললিতাক ওচৰলৈ মাতি নি কলে যে তেওঁলোকৰ ঘৰৰ ওচৰতে থকা প্ৰজেক্ট অফিচাৰ মৃণাল দত্তই ললিতাক তেওঁলোকৰ ঘৰলৈ লৈ যাব খুজিছে। তেওঁলোকে হেনো স্কুলতো পঢ়ুৱাব। ললিতাই একে উশাহে যাম বুলি ক'লে। চকুৰ পৰা তাইৰ পানীবোৰ ধাৰাসাৰে বাগৰি আহিল। তাৰ দুদিনৰ পিছত মৃণালদাৰ লগত ললিতা গুছি আহিল। ব্ৰহ্মপুত্ৰৰ বুকুত ঢৌবোৰৰ লগত নাচি নাচি অহা বৰনাও খনেৰে আহি যেতিয়া ললিতাহঁত নৈৰ মাজ পাই-ছিলহি তেতিয়া পশ্চিম আকাশৰ বেলিটো তগবগীয়া ৰঙা হৈ পানীৰ মাজলৈ সোমাই গৈছিল। দূৰণিত এৰি থৈ অহা মাজুলীৰ সেউজীয়া গছ বোৰ ৰিণিকি ৰিণিকি চকুত পৰিছিলহি। আকাশৰ ডাৱৰবোৰ এবাৰ বগা, এবাৰ ৰঙা হৈছিল। তেনেকৈয়ে ললিতাৰ অকমাণি মন-টোও হাঁহি কান্দোন, আশা-নিৰাশা আৰু আন্ধাৰ-পোহৰেৰে খেলিমেলি হৈ পৰিছিল। ললিতাহঁত যেতিয়া চহৰ পায়হি তেতিয়া সন্ধিয়া লাগি ভাগিছিল। ব্যস্ততাৰে কোলাহল বহুত বোৰ আলিবাট পাৰহৈ ললিতা আমাৰ ঘৰ পালেহি। বিজুলী বাত্তিৰ আলোকমালাৰে জিলিকি থকা আমাৰ ডাঙৰ ঘৰটো ললিতাৰ হেনো সকতে আইতাকে কোৱা সাধুকথাৰ কাৰেং যেন লাগিছিল। ললিতাক আমি আদৰি ল'লো। আমাৰ ঘৰৰ চবেই। মোৰ লগতে মৃদুল, মান্নু, দুলাহঁতেও ভাল পালে। মৃণাল দা পিছদিনা গ'লগৈ। ললিতাক মই স্কুলত পঢ়াৰ কথা কলো। তাই উত্তৰ দিলে, নপঢ়ে। পঢ়ি শুনি তাই হেনো কতো মাষ্টৰনী কৰিবলৈ নাযায়। ঘৰতে ভাল। অসমীয়া আখৰ জানে যেতিয়া মই গুৱাহাটীৰ পৰা তাইলৈ লিখা চিঠিবোৰ



পঢ়িব পাৰিব। সেয়েই যথেষ্ট। ললিতাৰ উত্তৰত মোৰ কবলৈ একো নাথাকিল। মৰমলগা ললিতাই দুদিনতে আমাক নিজৰ কৰি ল'লে।

ললিতা যাবগৈ লাগিব। মামীৰ আদেশ। কিন্তু ললিতাৰতো কোনো দোষ নাই। তাইতো একো অপৰাধ কৰা নাই। দোষ যদি কাৰোবাৰ হৈছে—সেয়া মৃণালদাৰ। ললিতাৰ নহয়। তথাপিও ললিতা যাবগৈ লাগিব। কিয়নো ললিতাক ইমান উচ্চ এখন আসন দিবলৈ মামামামী ৰাজী নহয়। বহুত দিনৰ মুৰত এইবাৰ মৃণালদা ঘৰলৈ আহিছিল। ঘৰখনৰ আটাইবোৰ তেওঁৰ লগতে ব্যস্ত হৈ পৰিল। ললিতাৰ চকুত মৃণালদাক বহুত বেলেগ লাগিল। আগতকৈ যেন বহুত গহীন হৈ পৰিছে। আগতে যেই সেই কথাতে জোকাই মেলি হাৰাশাস্তি কৰা ললিতাক মৃণালদাই নামাতিলে। মৃনালদাৰ বিয়াৰ কথা ওলাইছিল। হবলগীয়া নবৌজনীৰ কথা দুই এষাৰ কৈ ললিতাই মৃণলদাক জোকালে। মৃণালদাই এটাও কথা নকলে। স্থিৰ দৃষ্টিৰে ললিতা নামৰ ধুনীয়া ছোৱালীজনীলৈ চাই ৰ'ল। খোপাত এথোপা শুধবগা খৰিকাজাঁই ফুলেৰে, মুখত এমোকোৰা হাঁহিৰে মৰমলগা শান্ত ললিতাজনীলৈ মৃণালদাই নতুন দৃষ্টিৰে চালে।

মৃণালদাক চাহ দিবলৈ কৈ আবেলি মামীয়ে দুলা আৰু মান্নুক লৈ ফুৰিবলৈ গৈছিল। চাহ জলপান কৰি মৃণালদাক মাতিবলৈ বুলি ললিতা তেওঁৰ কোঠালৈ গ'ল। মৃনালদাই কিবা কিতাপ এখন পঢ়ি আছিল বিছনাত শুই। ললিতাক দেখি মুৰ তুলি চালে। বহুত পৰ নীৰবে চাই থকাৰ পিছত মৃনালদাই ক'লে।

"ললিতা মাইঁতে মোৰ বিয়াৰ কথা এই কেইদিন বৰকৈ পাতিছে নহয়? মাক কৈ দিবি সেইজনী ছোৱালীক মই বিয়া নকৰাও।" মৃণালদা গহীন হৈ পৰিল। ললিতা উচপ খাই উঠিল।

"তাৰ মানে তুমি আন কাৰোবাক বিয়া কৰোৱাৰ কথা ভাবিছা নেকি? মাক কৈ দিবা তেন্তে।"

"ওঁ", মৃনালদাই কিতাপৰ পাত লুটিয়ালে।

"সেই গৰাকীনো কোন ভাগ্যৱতী, জানিব পাৰোনে মৃণালদা ?"

মৃণালদাৰ মুখখনে বৰণ সলালে।

"নিশ্চয় পাব। সেইজনী মাজুলীৰ এখন নিজান গাওঁৰ ছোৱালী। নাম ললিতা।"

"যোৱা কি ধেমালি কৰি থাকা। মই যাওঁগৈ।" ললিতাই উচাত মাৰি ওলাই আহিব খোজোতেই মৃণালদাই আকৌ ললিতাক মাতিলে।

"মই ধেমালি কৰা নাই ললিতা। সঁচা কথা কৈছো। তাতকৈ বেছি মোৰ কবলৈ নাই।"

ললিতাৰ মূৰটো ঘূৰোৱাৰ দৰে লাগিল।

"মাহঁতে মোক ছোৱালী চাবলৈ যাবলৈ কৈছে। মই নাযাওঁ। মাক সকলো কথা খোলাখুলিভাৱে কৈ দিবলৈ মই অকণো ভয় নকৰো। মাত্ৰ তোৰ মতটো মোক লাগে ললিতা।"

ললিতাৰ মেটেকাফুলীয়া চকুজুৰি পানীৰে উপচি পৰিল।

"তুমি এইবোৰ এৰি পেলোৱা মৃণালদা। পাগলামি নকৰিবা। মাহঁতৰ মনত দুখ দিয়াটো মই কোনোমতেই সহ্য নকৰো।"

দুৱাৰখনতে মূৰটো দি ললিতাই উচুপি উঠিল। মৃণালদা কোঠাৰ পৰা ওলাই গুছি গ'ল।

ৰাতি মামামামীৰ লগত মৃনালদাৰ তৰ্কাতৰ্কি হোৱা ললিতাই শুনি আছিল। মামাই খঙেৰে মামীক কৈছিল, "তুমিয়েই সকলোৰে গুৰি। নিজৰ ছোৱালী কেইজনীৰে হেপাহ নপলালে। লোকৰো এজনী বুটলি আনি ৰৰঘৰত সুমুৱাই লৈছিলাহি নহয়। এতিয়া সেকাটো পালা।" মামীয়ে কি কলে ললিতাই নুশুনিলে। পিছদিনা খুব পুৱাতে মৃণালদা গ'লগৈ। যাবৰ সময়ত কাকো মাত নলগালে। শোকত ম্ৰিয়মাণ হৈ পৰা মামী আৰু মামাৰ মুখদুখন দেখি ললিতাৰ



চকুপানী ওলাল। গোটেই দিনটো মামীয়ে ললিতাক এবাৰো নামাতিলে। সকলো দোষ যেন ললিতাৰহে। ললিতাই যেন আমাৰ শান্তিৰ ঘৰখন ভাঙিব খুজিছে মাৰ চকুত তেনে এটা ভাব দেখি ললিতা আকুল হৈ পৰিল। মোক কথাবোৰ কৈ কৈ ললিতাই কান্দি পেলালে। ইতিমধ্যে ঘৰত কাম কৰা লৰাটো আহি মামীয়ে ললিতাক মাতিছে বুলি কৈ গ'ল। ললিতা ওলাই গ'ল। মইও গ'লো পিছে পিছে। মূৰ্ত্তি এটাৰ দৰে নিশ্চল হৈ মামী বিছনাত বহি আছিল। ললিতা ভয়ে ভয়ে কোঠালৈ সোমাই গ'ল। মই বাহিৰত বৈ থাকিলো।

"ললিতা, তোক মই কিয় মাতিছো বুজিছই চাগে।"

মামীয়ে সৰু মাতেৰে কলে।

"আজি চাৰি বছৰে তোক মই নিজৰ ছোৱালীৰ দৰে ৰাখিলো। কোনোদিনে কোনো কথাতে তোক বেয়া পোৱা মনত নপৰে।" মামী বৈ গ'ল। তাৰ পিছত সেপ ঢুকি আকৌ ক'লে,

"মোৰ কথা তই কেতিয়াও পেলোৱা নাই। আজিও এটা অনুৰোধ কৰিম, যদি ৰাখ তোক মই অন্তৰেৰে আশীৰ্ব্বাদ দিম।"

মামীৰ মাতটো থোকাথুকি হৈ পৰিছিল। মই অনুভৱ কৰিছিলো মোৰ চকুদুটাতো পানী।

"তোমালোকৰ সন্মান ৰক্ষা কৰিবৰ বাবে মই এই ঘৰখনৰ পৰা আতৰি যাবগৈ লাগে। তাকে তুমি মোক ক'ব খুজিছা নহয় মা ?" ললিতাই সুধিলে।

"সেইটোৱেই মোৰ অনুৰোধ। তই ৰাখিব লাগিব ললিতা। মৃণাল আমাৰ গোটেই বংশৰ ভিতৰতে ডাঙৰ লৰা। সি যদি আমাৰ হাকবচন নুশুনি তোক বিয়া কৰায়, তেন্তে সেই কলঙ্কৰ বোজা আমিয়েহে চিৰদিন বহণ কৰিব লাগিব। তোৰ ককায়েৰক দেউতাৰে মতাই পঠাইছে। কাইলৈ তই ঘৰলৈ যাব লাগিব দেই।"

"আৰু মোক একো নুশুনাবা মা। তোমাৰ কথা মই ৰাখিম। ককাইদেউ নাহিলেও মই নিজেই যামগৈ কাইলৈ। দুইখন ঘৰে মোক আদৰি নললেও মোৰ কাৰণে লুইতৰ বহল· বুকুখন আছে।"

ললিতাৰ শেষৰ কথাখিনি মামীয়ে বোধ কৰো নুশুনিলে। কিয়নো তেতিয়া তেওঁ গাৰুটোতে মূৰটো দি উচুপি আছিল। মই আৰু তাত এক মিনিটো নৰ'লো। মোৰ কোঠালৈ গুছি আহিলো। ঘড়ীত তেতিয়া ঠিক দহ বজাৰ ঘণ্টা মাৰিছিল।

বিছনাত দীঘল দি পৰি মই কেৱল ললিতাৰ কথাকে ভাবি আছো। এইখন ঘৰক তাই কিমান ভাল পাইছিল, কিমান হেপাহেৰে সাৱটি লৈছিল। মৃণালদাৰ কাৰণেই মৰমৰ ঘৰখন এৰি থৈ কাইলৈ তাই যাবগৈ লাগিব। ৰাতি এতিয়া বহুত। ঘৰখনৰ আটাইবোৰ প্ৰাণী নিদ্ৰামগ্ন। মাথো মই সাৰ পাই আছো। মোৰ কাষৰ কোঠাটোত ললিতাও চাগে সাৰ পাই আছে। মই জানো মামীয়ে ভুল কৰিছে। ললিকাক মামীয়ে ভুল কৰিছে। ললিতাক মামীয়ে মিছাকৈ দোষাৰোপ কৰিছে। মামীক যেন মই এইমাত্ৰই গৈ কমগৈ, 'এয়া তুমি কি কৰিবলৈ ওলাইছা মামী? এয়া তুমি কি কৰিবলৈ ওলাইছা? এয়া তুমি কি ভুল কৰিবলৈ ওলাইছা?' মই ভাবিলোহে মাত্ৰ। আচলতে একোকে নকৰিলো। কৰিব নোৱাৰিলো। মাত্ৰ দুচকুৰ পৰা ওলাই অহা কণ কণ পানীৰ বিন্দুবোৰ চাদৰৰ আগেৰে মোহাৰি পেলালো।